# স্মৃতিলেখা



## সোণালী জয়ন্তী

হাউলী হাইস্কুল



# স্মৃতিলেখা



## সোণালী জয়ন্তী

হাউলী হাইস্কুল



# "স্মৃতিলেখা"

## সোণালী জয়ন্তী
## হাউলী হাইস্কুল
## ৩, ৪, ৫ মাৰ্চ ১৯৮৯ চন।






সহঃ সম্পাদকদ্বয়
অধ্যাপক ভূপেন দাস
যুগান্ত বায়ন

সম্পাদকদ্বয়
শ্ৰীযোগেশ চন্দ্ৰ নাথ
শ্ৰীধীৰেন্দ্ৰ নাথ পূজাৰী

"স্মৃতিলেখা"
সোণালী জয়ন্তী
হাউলী হাইস্কুল।
(১৯৩৯-১৯৮৯)
৩, ৪, ৫ মাৰ্চ,

ছপাশাল : তালুকদাৰ প্ৰিন্টাৰ্চ, হাউলী।
বেটুপাত, ফটো আৰু ব্লক :
শৰাইঘাট প্ৰিন্টাৰ্চ, গুৱাহাটী— ৩

স্মৃতিলেখা সম্পাদনা সমিতি—

শ্ৰীযাদব চন্দ্ৰ দাস, সভাপতি
,, যোগেশ চন্দ্ৰ নাথ | সম্পাদকদ্বয়
,, ধীৰেন্দ্ৰ নাথ পূজাৰী |
অধ্যাপক— ভূপেন দাস | সহঃ সম্পাদকদ্বয়
শ্ৰীযুগান্ত বায়ন |
,, ছাকিনা খাতুন, সদস্য
,, কমল বায়ন ,,
,, সদানন্দ দাস ,,
,, দেৱান আব্দুল হামিদ ,,
,, অনিল ৰয় ,,
,, কাশী নাথ পাঠক ,,
,, শশধৰ মিশ্ৰ ,,
কুমাৰ মীন দাস ,,

শ্ৰীপ্ৰফুল্ল কুমাৰ মহন্ত
মুখ্যমন্ত্ৰী, অসম




# শুভেচ্ছাবাণী

অহা ইং ৩, ৪ আৰু ৫ মাৰ্চ, ১৯৮৯ তাৰিখে হাউলী হাইস্কুলৰ সোণালী জয়ন্তী উৎসৱ বিস্তৃত কাৰ্য্য-সূচীৰে পালন কৰা হ'ব বুলি জানি সুখী হৈছোঁ।

শিক্ষানুষ্ঠান এখনে সোণালী জয়ন্তী পালন কৰিবলৈ সক্ষম হোৱাটো নিশ্চয় বৰ আনন্দ আৰু গৌৰৱৰ কথা আৰু ই হাউলী অঞ্চলৰ ৰাইজৰ শিক্ষাৰ প্ৰতি থকা অপৰিসীম আগ্ৰহৰে পৰিচয় দিয়ে। বিগত পঞ্চাশ বছৰত হাউলী হাইস্কুলে নিশ্চয় ভালেমান মেধাৱী ছাত্ৰ-ছাত্ৰীৰ সৃষ্টি কৰিছে। মই শুনি সুখী হৈছোঁ যে এই বিদ্যালয়ে হাউলী অঞ্চলত শিক্ষাৰ প্ৰসাৰৰ ক্ষেত্ৰত প্ৰভূত বৰঙণি আগবঢ়াইছে। মই আশা ৰাখিছোঁ হাউলী হাইস্কুলে পূৰ্ব্বৰ সুনাম অক্ষুন্ন ৰাখি উত্তৰোত্তৰ উন্নতিৰ পথত ধাৱমান হ'ব।

সোণালী জয়ন্তী উৎসৱৰ সৰ্ব্বতোপ্ৰকাৰ সাফল্য কামনা কৰিলোঁ।

দিশপুৰ,
২৭ ফেব্ৰুৱাৰী, ১৯৮৯ চন।

স্বাঃ শ্ৰীপ্ৰফুল্ল কুমাৰ মহন্ত

DR BHABENDRA NATH SAIKIA ড° ভবেন্দ্ৰ নাথ শইকীয়া TELEPHONE : 37074 (Residence) Basisthapur-2 (Near Wireless Centre) Guwahati- 781 028

হাউলী হাইস্কুল সোণালী জয়ন্তী উদ্‌যাপন সমিতিৰ সভাপতি, কাৰ্যকৰী সভাপতি আৰু সাধাৰণ সম্পাদক ডাঙৰীয়া,

হাউলী হাইস্কুলৰ সোণালী জয়ন্তী উপলক্ষে পতা অনুষ্ঠানলৈ মোক বিশিষ্ট আলহী হিচাপে নিমন্ত্ৰণ জনোৱাৰ বাবে আপোনালোকক ধন্যবাদ জনাইছোঁ। এৰাব নোৱাৰা কামৰ হেঁচাত থকাৰ বাবে, আৰু এটা ব্যক্তিগত কাৰণত মই উক্ত অনুষ্ঠানলৈ যাব নোৱাৰিম। আশাকৰোঁ ইয়াৰ বাবে অসন্তোষ নকৰিব। আপোনালোকৰ অনুষ্ঠানৰ সৰ্ব্বাঙ্গীন কৃতকাৰ্যতা কামনা কৰিলো।

সত্তৰৰ দশকৰ আৰম্ভণিৰে পৰা অসমৰ শিক্ষা-জগতখন ৰাজ্যখনৰ বিভিন্ন সমস্যাৰ লগত যে অধিক সক্ৰিয় ভাৱে জড়িত হৈ পৰিছে, সেই কথা নিশ্চয় আপোনালোকেও লক্ষ্য কৰিছে। শেষত, পৰোক্ষভাৱে, ৰাজ্যখনৰ শাসনকাৰ্যৰ লগতো শিক্ষাজগতৰ এটা বিচিত্ৰ চৰিত্ৰৰ সম্পৰ্ক ঘটিছে। ৰাজনৈতিক সচেতনতা, সামাজিক সচেতনতা আদি আমাৰ সামগ্ৰিক মঙ্গলৰ বাবে প্ৰয়োজনীয় উপাদান হ'ব পাৰে, কিন্তু তেনে সচেতনতাৰ ভুল ৰূপে শিক্ষাৰ্থীৰ মনত এক সাময়িক উত্তেজনা আৰু উপকৰা সন্তুষ্টিৰ ভাবৰো সৃষ্টি কৰিব পাৰে। তেনেকুৱা হলে ছাত্ৰ-জীৱনৰ প্ৰধান উদ্দেশ্য— জ্ঞান আহৰণ, সাংস্কৃতিক আৰু বৌদ্ধিক চৰিত্ৰ গঠনত বাধাৰ সৃষ্টি হয়। এনে এটা অৱস্থা বৰ্ত্তমানে অসমৰ শিক্ষা-জগতত পৰিলক্ষিত হৈছে। কিন্তু জ্ঞান, সুবুদ্ধি আৰু সংস্কৃতিৰে মনক সমৃদ্ধ কৰিব নোৱাৰিলে দেশ, সমাজ আৰু জাতিৰ প্ৰতি বৰঙণি আগবঢ়োৱাটো এজন নাগৰিকৰ পক্ষে সম্ভৱপৰ হ'ব নোৱাৰে ; আনকি তেওঁ নিজকে এজন সুনাগৰিক হিচাপেও গঢ়ি তুলিব নোৱাৰে।

আজি অসমৰ শিক্ষা-প্ৰতিষ্ঠানসমূহত শিক্ষক, অভিভাৱক আৰু ছাত্ৰ-ছাত্ৰীসকলে অতি গুৰুত্বৰে, সঘনে এই কথাবোৰ আলোচনা কৰাটো বৰ প্ৰয়োজনীয় হৈছে। হাউলী হাইস্কুলৰ এই স্মৰণীয় সময়ত আপোনালোকে এনে চিন্তা-চৰ্চ্চাৰ ভেটি স্থাপন কৰিব বুলি আন্তৰিকতাৰে আশা কৰিলো।

মই এই শিক্ষা-প্ৰতিষ্ঠানটিৰ সৰ্বাংগীন মংগল আৰু উজ্জ্বল ভৱিষ্যত কামনা কৰিলো। আশাকৰোঁ আপোনালোকৰ তত্ত্বাৱধান আৰু সু-পৰিচালনাত এই প্ৰতিষ্ঠানটোৱে সুনাগৰিক গঢ়ি তোলাৰ মহৎ কৰ্মৰ প্ৰতি প্ৰভূত পৰিমাণে বৰঙণি যোগাব। ইতি—

প্ৰীতি আৰু শুভেচ্ছাৰে,
ভবেন্দ্ৰ নাথ শইকীয়া
৫ / ২ / ৮৯

শ্ৰীভৃগু কুমাৰ ফুকন, মন্ত্ৰী—
গৃহ, সচিবালয় প্ৰশাসন, কাৰাগাৰ,
মুদ্ৰণ আৰু লেখন সামগ্ৰী, আবকাৰী,
পৰ্য্যটন, পাৰপত্ৰ, অসম ।




নং ... ... ... ... ... ... ...
দিনাঙ্ক ২৩/২/৮৯ ... ... ...

# শুভেচ্ছাবাণী

অহা ৩, ৪, ৫ মার্চ তাৰিখে হাউলী উচ্চ বিদ্যালয়ৰ সোণালী জয়ন্তী পালন উপলক্ষে এখনি স্মৰণিকা প্ৰকাশ কৰিব বুলি জানি অতি সুখী হৈছো। গত ৫০ বছৰে হাউলী বিদ্যালয়ে অসমীয়া ৰাইজলৈ আগবঢ়োৱা অৰিহণাৰ বিষয়ে মই তুনাই কব নোখোজোঁ। মই আশা কৰিছো, গত ৫০ বছৰে যি আন্তৰিকতা আৰু উদ্যমেৰে এই বিদ্যালয়ৰ কৰ্ম্মকৰ্ত্তা তথা শিক্ষকবৃন্দই যি সেৱা আগবঢ়ালে সেই একে উদ্যম আৰু আন্তৰিকতাৰে ভৱিষ্যতলৈও সেৱা আগবঢ়াই শিক্ষা জগতলৈ অৰিহণা আগবঢ়াব। স্মৰণিকাখনিৰ আৰু সোণালী জয়ন্তী উৎসৱৰ সকলো দিশৰ পৰা সাফল্য কামনা কৰাৰ লগতে সমূহ ছাত্ৰ-ছাত্ৰীবৃন্দ আৰু শিক্ষক-শিক্ষয়িত্ৰী আৰু কৰ্ম্মকৰ্ত্তা সকললৈ মোৰ আন্তৰিক শুভেচ্ছা জ্ঞাপন কৰিলো।

স্বাঃ ( ভৃগু কুমাৰ ফুকন )

শ্ৰীযুগান্ত নায়ন,
সহঃ সম্পাদক,
হাউলী হাইস্কুল সোণালী জয়ন্তী
উদ্‌যাপন সমিতি।

২৪ / ২ / ৮৯ ইং
গণককুছি, বৰপেটা

প্ৰতি,

শ্ৰীযোগেশ নাথ
সম্পাদক, স্মৃতিগ্ৰন্থ সম্পাদনা সমিতি,

হাউলী হাইস্কুলৰ কথা পাহৰিব নোৱাৰো। এইখনেই মই শিক্ষকতা কৰা দ্বিতীয় স্কুল। বজালী হাইস্কুলত ১৯৩৯ চনৰ পৰা ৪২ ৰ আন্দোলনলৈ কাম কৰাৰ পিচত তালৈ যাবৰ মন নোযোৱাত হাউলী হাইস্কুলত প্ৰধান শিক্ষক ৰূপে কাম কৰিবলৈ সুযোগ পালোঁ। সেই সময়ত স্কুলৰ ৭ম মানৰ পৰা দশম মানলৈ শ্ৰেণী আছিল। স্কুল ঘৰটো সাধাৰণ ঘৰ আছিল। তেতিয়াৰ শিক্ষক বিলাকৰ ভিতৰত ভালকৈ মনত পৰে দেৱান আব্দুল হামিদ, ৺বালীৰাম কাকতি, ৺ জীৱন ভট্ট, পিচত আহিল ৺ নাৰায়ণ তালুকদাৰ, শ্ৰীবাসুদেৱ ভূঞা, শ্ৰীধীৰেন্দ্ৰ পূজাৰী, শ্ৰীযাদব দাস, শ্ৰীতাৰা ভট্ট ইত্যাদি। মই পোৱা প্ৰথম চেক্ৰেটাৰী আছিল মোঃ দাৰাজালী চৰকাৰ। পিচত অৱশ্যে বহুদিন ধৰি ৺কেশৱ মহাজনেই চেক্ৰেটাৰী আছিল। আমি সকলোৱে মিলিজুলি স্কুলৰ উন্নতি সাধিবলৈ যত্ন কৰিছিলোঁ— কিমান কৃতকাৰ্য্য হৈছিলো ভগৱানে জানে।

ল'ৰাবোৰ আৰু ছোৱালীবোৰ অমাইক আৰু ভদ্ৰ আছিল — পঢ়াশুনাত নিষ্ঠাবান আছিল। বৰ্ত্তমান চৰকাৰে লোৱাৰ পিচত নিশ্চয় স্কুলৰ অৱস্থা ভালেই হৈছে যদিও উন্নতিৰ কাম কৰিবলৈ বহুত বাকী আছে। আশাকৰোঁ আৰু ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁ যাতে স্কুলৰ অৱস্থা আৰু পৰীক্ষাৰ ফল অতি ভাল হয়। সেই সময়ত হাউলীৰ ৰাইজৰ পৰা যি মৰম চেনেহ পাইছিলো তাক পাহৰিব নোৱাৰোঁ। সদৌ ৰাইজলৈও আমাৰ নমস্কাৰ থাকিল। সোণালী জয়ন্তী উৎসৱৰ শুভ কামনা কৰিলোঁ।

শ্ৰীজয়কৃষ্ণ চৌধুৰী
প্ৰাক্তন প্ৰধান শিক্ষক
হাউলী হাইস্কুল।

ববমা
৭-২-৮৯ ইং

শ্ৰদ্ধেয় সম্পাদক,

হাউলী হাইস্কুল সোণালী জয়ন্তী স্মৃতিগ্ৰন্থ সম্পাদনা সমিতি।

মই শুনি অতি আনন্দিত হৈছো যে হাউলী উচ্চ ইংৰাজী বিদ্যালয়ৰ সোণালী জয়ন্তী পাতিবলৈ ৰাইজে স্থিৰ কৰিছে। এই বিদ্যালয়ক মই মোৰ প্ৰাণতকৈয়ো অধিক ভাল পাওঁ কাৰণ মোৰ জীৱনৰ আটাইতকৈ ভাল কালছোৱা এই বিদ্যালয়ৰ প্ৰধান শিক্ষক হিচাবে সুদীৰ্ঘ ১৯ বছৰ কাল ইয়াত কাম কৰিছিলোঁ আৰু এই কালছোৱাত শিক্ষক, ৰাইজ আৰু বিদ্যোৎসাহীসকলৰ পৰা অতি সমাদৰ পাইছিলোঁ। মই আশাকৰোঁ এই জয়ন্তী অতি সুন্দৰ ভাৱে সমাপন হব।

ছাত্ৰ-ছাত্ৰী সকললৈ মোৰ হিয়াভৰা মৰম আৰু আশীৰ্ব্বাদ জনাই সমূহ শিক্ষক আৰু ৰাইজলৈ শুভেচ্ছা আৰু ভগৱানৰ ওচৰত বিদ্যালয়ৰ মধুৰ ভৱিষ্যত কামনা কৰি প্ৰাৰ্থনা জনালোঁ।

**শ্ৰীপৱন চন্দ্ৰ শৰ্ম্মা**
প্ৰাক্তন প্ৰধান শিক্ষক,
হাউলী হাইস্কুল।

*Prabin Kumar Gogoi,* M. A. A. E. S
Inspector of Schools B. D. C
BARPETA-- 781301
( Assam )

Date— 24 / 2 / 89

প্ৰতি,

শ্ৰীযোগেশ নাথ

সম্পাদক, হাউলী উচ্চ মাধ্যমিক বিদ্যালয়ৰ সোণালী জয়ন্তী— স্মৃতিগ্ৰন্থ ।

শ্ৰীযুত নাথ,

আপোনালোকৰ বিদ্যালয়ৰ সোণালী জয়ন্তী উৎসৱ উপলক্ষে এখন স্মৃতিগ্ৰন্থ প্ৰকাশ কৰিব বুলি জানি আনন্দিত হৈছো । স্মৃতিগ্ৰন্থ-খনিয়ে ঐতিহ্যপূৰ্ণ বিদ্যালয়খনৰ লগত জড়িত মূল্যবান তথ্যসমূহ জনাত বৰ্ত্তমানৰ ছাত্ৰ-ছাত্ৰীসকলক নিশ্চয় সহায় কৰিব । তদুপৰি অৰ্দ্ধশতাব্দীৰ আগতে যিসকল দূৰদৰ্শী বিদ্যানুৰাগী লোকে নানান অসু-বিধাৰ মাজতো এই বিদ্যালয়খনি স্থাপন কৰিলে তেখেতসকলৰ আদৰ্শ বৰ্ত্তমান ছাত্ৰ-ছাত্ৰী আৰু আমাৰ পাথেয় হওঁক তাকে কামনা কৰিলোঁ ।

শ্ৰীপ্ৰবীণ কুমাৰ গগৈ

শ্ৰদ্ধেয় সম্পাদক, স্মৃতিগ্ৰন্থ সম্পাদনা সমিতি, ৮-২-৮৯ ইং

পুৰণি হাউলী হাইস্কুলখনৰ সোণালী জয়ন্তীত মোৰ নথৈ আনন্দিত হোৱাৰ কাৰণ এই যে ইয়াৰ প্ৰতিষ্ঠা দিৱস ইং ১৯৩৯ চনৰ ৩ মাৰ্চৰ পৰা মই ইয়াত একেৰাহে ৩৪ বছৰ শিক্ষকতা কাম কৰি -অৱসৰ প্ৰাপ্ত হৈছোঁ।

ৰূপালী জয়ন্তীৰ পিছত ইয়াৰ সোণালী জয়ন্তী উৎসৱ পালনৰ সুযোগ দিয়া বাবে মহান আল্লাৰ শলাগ লৈছোঁ।

সৰ্ব্বশেষত সৰ্ব্ব শক্তিমান আল্লাৰ ওচৰত স্কুলখনৰ সৰ্ব্বপ্ৰকাৰ উত্তৰোত্তৰ উন্নতি কামনা কৰি বক্তব্য সামৰিছোঁ।

জয়হিন্দ

দেৱান আব্দুল হামিদ
প্ৰতিষ্ঠাতা শিক্ষক, হাউলী হাইস্কুল

ফোন নম্বৰ ঃ ৮৮৪৯৬

সদৌ অসম ছাত্ৰ সন্থা

ALL ASSAM STUDENTS' UNION

মুখ্য কাৰ্যালয় ঃ গুৱাহাটী বিশ্ববিদ্যালয় আইন ছাত্ৰ সন্থা

H. O. : GAUHATI UNIVERSITY LAW STUDENTS' UNION

GUWAHATI-781014

# শুভেচ্ছাবাণী

ঐতিহ্যমণ্ডিত চণ্ডীবৰুৱাৰ হাউলীৰ এক স্বকীয় ঐতিহ্য আছে। হাউলী চহৰত অৱস্থিত হাউলী হাইস্কুলৰো এক নিজস্ব পৰম্পৰা আছে। ৫০ বছৰত ভৰি দিয়া এই হাইস্কুলখনৰ সোণালী জয়ন্তী অহা ৩, ৪ আৰু ৫ মাৰ্চত অনুস্থিত হব জানি আৰু ইয়াৰ লগত সংগতি ৰাখি এখন স্মৰণিকা' প্ৰকাশৰ যো-জা কৰা শুনি আনন্দিত হৈছোঁ। মিশ্ৰিত জনগোষ্ঠীৰ বাসস্থান এই হাউলীবাসী আৰু স্কুলখনৰ ঐতিহ্য আৰু পৰম্পৰা ইয়াত প্ৰতিবিম্বিত হোৱাৰ আশাৰে ...

শ্ৰীসমুজ্জ্বল ভট্টাচাৰ্য্য

সাধাৰণ সম্পাদক,

'আছু'

২৪ / ২ / ৮৯

যি সকল মহান ব্যক্তিৰ
কষ্ট আৰু প্ৰচেষ্টাত
হাউলী হাইস্কুলে জন্ম লাভ কৰি

আজিৰ ৰূপ পালে
আৰু
যি সকল এদিন
হাউলী হাইস্কুলৰ ছাত্ৰ হোৱাৰ
গৌৰৱৰ অধিকাৰী আছিল

অথচ আজি
সোণালী জয়ন্তীৰ সোণালী আনন্দ
বুকু আৰু তেজত লবলৈ

আমাৰ মাজত নাই

সেই সকল প্ৰয়াত মহানুভৱ ব্যক্তি
শিক্ষক আৰু ছাত্ৰৰ নামত

আমি
এই পৃষ্ঠাতে
আমাৰ চকুৰ টোপাল তুলি ধৰিছোঁ

হাউলী হাইস্কুল প্ৰমুখ্যে
বিভিন্ন শিক্ষানুষ্ঠানলৈ
সদায় শুভ-দৃষ্টি আৰু
সহানুভূতি প্ৰদান কৰা
প্ৰয়াত নেতা
লোকপ্ৰিয় গোপীনাথ বৰদলৈ দেৱলৈ
আৰু
মহেন্দ্ৰ মোহন চৌধুৰী দেৱলৈ
সোণালী জয়ন্তীৰ শুভ মুহূৰ্তত
সমূহ শিক্ষক, ছাত্ৰ-ছাত্ৰী আৰু ৰাইজে
শ্ৰদ্ধাৰে সুঁৱৰিছোঁ।

# উৎসৰ্গ

আমাৰ সমাজৰ ভৱিষ্যৎ আশাৰ নিধি, ছাত্ৰ-ছাত্ৰী সকলৰ হাতত স্মৃতিলেখা খনি উৎসৰ্গ কৰা হ'ল ।

# ॥ সূচী-পত্ৰ ॥

# হাউলী হাইস্কুল স্থাপনৰ গুৰিকথা
আৰু
# সমসাময়িক বুৰঞ্জী

O যাদব চন্দ্ৰ দাস

হাউলী হাইস্কুল স্থাপনৰ ইং ১৯৩৯–১৯৮৯ চন মাৰ্চলৈ ৫০ বছৰ হ'ল। আচলতে ইয়াৰ এবছৰ আগতে এই হাইস্কুল স্থাপনৰ যো-জা চলিছিল। স্কুল স্থাপনৰ সময়ৰ বিশিষ্ট কৰ্মী সকলৰ ৩/৪ জনত বাদে বাকী সকলোৱে ইহ-সংসাৰ ত্যাগ কৰিছে। কিছুদিন পাচত ইয়াৰ আদ্যোপান্ত জনা লোক নোলাব। সেইবাবে ভৱিষ্যত পাহৰণিৰ বুকুত যাতে ইয়াৰ ইতিহাস বিলুপ্ত হৈ নাযায় সেই মহৎ উদ্দেশ্য লৈ এই স্কুল স্থাপনৰ গুৰি কথাখিনি লিপিবদ্ধ কৰি ৰাইজ আৰু নতুন পুৰুষৰ জ্ঞাতাৰ্থে প্ৰকাশ কৰিবলৈ প্ৰয়াস কৰা হল। ইয়াত কোনো ব্যতিক্ৰম দেখিলে ৰাইজে যেন নিজগুণে ক্ষমা কৰি শুধৰাই লয়। ইয়াৰ আৰম্ভনীৰ সময়ত ইং ১৯৩৯ চনতে হাউলী হাটখোলাৰ পূৱফালে মোঃ হবিউল্লা মুন্সিৰ মৰাপাটৰ গুদামত জুঁই লাগি কেবাটাও ঘৰ ভস্মীভূত হোৱাত মোৰ দ্বাৰা আদিৰ পৰা লিখা হিচাব-পত্ৰ আৰু বিস্তাৰিত বিৱৰণবোৰ পুৰি ছাই ভস্ম হৈ গৈছিল। সেই সময়ত সম্পাদক মোঃ নুৰমোহাম্মদ খান মাষ্টাৰ চাহাব বিশেষ কাৰণত স্বদেশলৈ (বৰ্ত্তমান বাংলাদেশ) যাবলগীয়া হোৱাত এজন বিশিষ্ট কংগ্ৰেছ কৰ্মী মোঃ দ্বাৰাজালি খানক সভাই নতুন সম্পাদক পাতে। তেওঁৰ সহকাৰী হৈ দুয়োজনে মিলি উঠিপৰি লাগি হাইস্কুলৰ যাবতীয় কাম সমাধা কৰা হৈছিল। এই সময়ত তদৰ্থ কমিটিৰ সভাপতি আছিল মোঃ আব্দুল হামিদ দেৱান চাহাব। সম্পাদক মাষ্টাৰ চাহাবক হিচাব সম্‌জাই দিয়াৰ আগতে মোৰ হাতত থকা হিচাব-পত্ৰ ৺মহাৰথ চৌধুৰী দেৱৰ দ্বাৰা পৰীক্ষা কৰি লওতে মোক ১৮৪ টকা ঘূৰাই দিবলগীয়া হৈছিল। এইখিনি টকা মোৰ হাতৰ পৰা খৰচ কৰি স্কুল স্থাপনৰ কাম চলাই নিয়া হৈছিল। আগৰ বহী-পত্ৰ পুৰি যোৱাত আগৰ ৰেকৰ্ডবোৰ বাদ দি নতুনকৈ বহী পত্ৰ কৰি লোৱা হোৱাত এতিয়া সেই আগৰ চোৱাৰ কথাবোৰ পাহৰণিত পৰি ক্ৰমান্বয়ে অজ্ঞাত হৈ আহিল, লগে লগে নতুন পুৰুষৰ জন্ম হল। সেইবাবেই ১৯৬৪ ইং চনত এই হাইস্কুলৰ ৰূপালী জয়ন্তীত গুৰি কথাখিনি অৰ্থাৎ কোনে কেতিয়া ৰাজ্যৰ কি পৰিস্থিতিত, কাৰ প্ৰেৰণাত এই

হাইস্কুল স্থাপন হল সেইবোৰ কথা পোহৰলৈ নাহিল। ভৱিষ্যতলৈ হীৰক জয়ন্তী অহাৰ সময়লৈ এতিয়াৰ জীৱন্ত মানুহবোৰৰো প্ৰায় ভাগ নোহোৱা হব। গতিকে ভৱিষ্যত পুৰুষৰ জ্ঞাতাৰ্থে হাউলী হাইস্কুল স্থাপনৰ গুৰি কথাসহ সম-সাময়িক সম্ভৱপৰ ইতিবৃত্তখিনি লিখি প্ৰকাশ কৰা হল। ইও সত্য যে দেশৰ ভাষিক পৰিস্থিতিলৈ চাই সকলো কথা প্ৰকাশনীয় নাছিল বাবে বহু কথা গুপুতভে ৰাখিবলগীয়া হৈছিল। বৰ্ত্তমানে আগৰ পৰিস্থিতি নাই। হাউলী হাইস্কুল স্থাপন হোৱাৰ পৰাই এই অঞ্চলৰ ভাষিক পৰিস্থিতিৰ বিষময়তা আঁতৰি হিন্দু-মুছলিম, অসমীয়া, বঙালী একেটা জাতীয় সুঁতিত ববলৈ ধৰে। যোৱা আন্দোলনৰ ভাৱাবেগেও ভাষিক সমস্যাত কোনো আউল লগাব পৰা নাই। হাউলী অঞ্চলৰ আদৰ্শৰ আলোক ৰাজ্যৰ কেউদিশে বিয়পি পৰাত এই হাউলী হাইস্কুল স্থাপনেই অসমীয়া জাতীয় সমস্যা সমাধানত অসমৰ ভিতৰত প্ৰকৃত আদৰ্শ দাঙি ধৰিছে আৰু জাতীয় অৰিহণা যোগাই অসম মাতৃক ধন্য কৰিছে।

হাউলী হাইস্কুল প্ৰতিষ্ঠা হোৱাৰ আগৰ বছৰ অৰ্থাৎ ইং ১৯৩৮ চনৰ কথা। মই তেতিয়া নিজ ঠাইতে হাউলী মজলীয়া স্কুলত কাম কৰি আছিলোঁ। তেতিয়া বৰপেটা মহকুমাৰ লোকেল-বোৰ্ডৰ চেয়াৰম্যান আছিল পুৰুষসিংহ ৺ধনীৰাম তালুকদাৰ। তেখেতে হাউলী বজাৰৰ কাষতে ঐতিহাসিক মৰামানাহ নদীৰ ওচৰতে এখন ফাৰ্ম্ম খুলি দুটা পুখুৰী খানি মীন পাম খুলিছিল, তেওঁৰ প্ৰধান সহায়ক আছিল ৺নাৰায়ণ চন্দ্ৰ দাস। এই সূত্ৰতেই তেওঁ হাউলীৰ প্ৰতি আকৰ্ষিত হৈছিল আৰু স্থিতি লাভ কৰিছিল। তেওঁ আছিল হাউলী হাইস্কুলৰ এজন প্ৰধান পৃষ্ঠপোষক। অসম কেশৰী অম্বিকাগিৰি ৰায় চৌধুৰীদেৱে সেই সময়ত অসমীয়া নানা জাতিৰ মাজত সমন্বয় সাধনৰ দ্বাৰা একজাতি, একপ্ৰাণ কৰিবলৈ উঠি পৰি লাগিছে। আমিও হৈছিলোঁ তেওঁৰ আদৰ্শত পৰিচালিত। তেওঁৰ প্ৰেৰণাতে হাউলীত জাতীয় মহাসভাৰ শাখা সভা এখন পাতি এই অঞ্চলৰ জাতীয় সমস্যাৰ বহুত কাম কৰি থকা হৈছিল আৰু "ডেকা অসমত" সেইবোৰৰ প্ৰায়ভাগ প্ৰকাশ পাইছিল। তেওঁৰ চিঠি-পত্ৰ ২/১ খন এতিয়াও আমাৰ হাতত নোহোৱা নহয়। ৰায় চৌধুৰী দেৱৰ জননী জন্মভূমিক বিদেশীৰ গৰাহৰ পৰা ৰক্ষা কৰিবলৈ প্ৰথমতে অসমলৈ অহা ভিন্ ভিন্ ভাষীসকলক অসমীয়া ভাষাৰ চন্দ্ৰতাপৰ তলত আশ্ৰয় দি বৃহৎ অসমীয়া জাতি গঢ়াই আছিল তেওঁৰ মূল উদ্দেশ্য আৰু কৰ্ত্তব্য। আমিও সেই আদৰ্শতে অনুপ্ৰাণিত হৈছিলোঁ। এই প্ৰেৰণাতে হাউলী হাইস্কুলৰ জন্ম হৈছিল।

সেই সময়ত "আমৰা বাঙালী" দলৰ অসমত জোৰ প্ৰচাৰ চলিছিল। তেওঁলোকৰ প্ৰচাৰপত্ৰ দুখন হঠাৎ আহি আমাৰ হাতত পৰিল। সেই পত্ৰত তেওঁলোকৰ সংগঠনৰ কথা, উদ্দেশ্য, দান-অনুদানৰ তালিকা আদি খোলাখুলি ভাৱে লিখা আছিল। আমাৰ বৰপেটা মহকুমাতো নবাগত হিন্দু সকলৰ কথা বাদেই মুছ্লিম সম্প্ৰদায়ৰ ভিতৰতো কিছুমানৰ ভাষা সম্পৰ্কে দোধোৰ-মোধোৰ ভাৱ আৰু ঘানাক-ঘুণুক শব্দৰ অৱতাৰণা হৈ আছিল। কিন্তু হাউলী অঞ্চলৰ মুছ্লিম সকল ধৰ্ম্ম পৰায়ণ, শিক্ষাবিদ, অতি ভদ্ৰ আৰু

খেলুৱে নুৰ মোহাম্মদ খান মাষ্টাৰ চাহাবৰ গুণমুগ্ধ হৈ একান্ত ভাবে অসমীয়া ভাষা প্ৰিয় হৈ উঠিছিল। খান চাহাবেই হালাপাকুৰী গাওঁত নতুন সদৰ আলিবাট তথা গোঁহাই কমল আলিবাটৰ ওচৰত নবাগত সকলক শিক্ষাৰ পোহৰ দিবলৈ চিন্তা কৰি সৰ্ব্ব-প্ৰথমতে অসমীয়া মাধ্যমত এটি প্ৰাথমিক মোক্তাব স্কুল খুলিছিল ইং ১৯২৩ চনত। সেয়া আজি উচ্চ এৰাবিক মাদ্ৰাছা ৰূপে প্ৰোজ্জ্বল হৈ উঠিছে। ইপিনে ইয়াৰ কিছুদিন পাচতে বৰপেটা-ৰোডত এটি বঙ্গভাষা মাধ্যমত উচ্চ ইংৰাজী স্কুল সম্পূৰ্ণৰূপে গঢ়ি উঠিছে। আমি তেতিয়া হাউলী অঞ্চলৰ শিক্ষাৰ কথা ভাবি চিন্তান্বিত হৈ পৰিলোঁ। এনেতে এটা ঘটনা ঘটিল। উত্তৰ লক্ষীমপুৰ নিবাসী, গাত দীঘল বগাছোলা, মূৰত বগা টুপী পিন্ধা, শকত-আবত বগা বৰণীয়া মৌলানা এজন আহি চাৰি আলিত থকা দোকানৰ বাৰান্দাত বহিল। তেওঁ কেইজনমান মুছলমান মানুহ গোট খোৱাত কবলৈ ধৰিলে – "আমাদের মাতৃভাষা কি হওয়া উচিত? যিহেতু বিড়াল মেউ মেউ করে গতিকে তাহাদের মাতৃভাষা ওটাই, কুকুর ভেউ ভেউ করে গতিকে তাহাদের মাতৃভাষাও সেটাই। সেই রকম আমরা বাংলাদেশ থেকে আছি যখন আমাদের মাতৃভাষাও বাঙ্গালী। গতিকে এখানেও আমাদের মাতৃভাষা বাঙ্গালী হওয়া উচিত।" মৌলানা চাহাবৰ এয়া বক্তৃতা শুনি গা জম্ জমাই গ'ল। নবাগত অসংখ্য মুছলমানে যদি অসমত থাকি বঙালী মাতৃ-ভাষা লয় তেনেহলে আমাৰ কি গতি হব! আমিও দেখোন বঙ্গভাষী হৈ যাব লাগিব। ইয়াৰ প্ৰতিকাৰৰেই বা উপায় কি? এটা কথাত কিছু আশ্বস্ত হব পাৰিছিলোঁ যে সেই সময়ত অসম কেশৰীৰ প্ৰেৰণাতে অন্যতম জাতীয় ভাবাপন্ন বীৰ ৺ধনীৰাম তালুকদাৰ বি, এল দেৱে বৰপেটা মহকুমাৰ চেয়াৰমেন হৈ গোটেই মহকুমাতে চাৰি শ মান প্ৰাথমিক বিদ্যালয় খুলি দি সমগ্ৰ বঙালী ভাষী অসমবাসী লোকসকলক অসমীয়া মাধ্যমত শিক্ষা দি অসমীয়া জাতীয়তাবাদী কৰি গঢ়িবলৈ লাগি গৈছে। আমিও ভাবিলোঁ অইনে মন কাণ নকৰোঁতে হাউলীত এটা অসমীয়া মাধ্যমৰ হাইস্কুল পাতিব পাৰিলে ভাল হয়।

ইং ১৯২৭ চনত সমাজসেৱী কাৰ্য্যদক্ষ আৰু কৃতী শিক্ষক চেঙা নিবাসী ৺ধনেশ্বৰ ডেকাৰ একান্ত আগ্ৰহ আৰু চেষ্টাত হাউলী মজলীয়া স্কুলটো স্থাপিত হৈছিল। মই সেই নতুন ছাত্ৰবৃত্তি স্কুলৰ প্ৰথম ছাত্ৰ আছিলোঁ। সেই স্কুলতে সৰ্থেবাৰীৰ কৃতী শিক্ষক ৺কন্দৰ্প ডেকা হেড্ পণ্ডিত হৈ থাকোঁতে ইং ১৯৩৪ চনত হাউলী মাইনৰ স্কুলৰ শ্ৰেণী খোলা হয়। এয়া নতুন মাইনৰ স্কুলৰ কাৰ্য্যকৰী কমিটিৰ সভাপতি আছিল বৰপেটাৰ ৺দেৱেন্দ্ৰ নাথ উজীৰ বি, এল দেৱ আৰু সম্পাদক আছিল ৺যোগেশ চন্দ্ৰ দাস, মোৰ ককাইদেউ। সেই সময়ত নতুনকৈ বন্ধা স্কুলঘৰটোৰ ওপৰত তেতিয়াও সম্পূৰ্ণকৈ টিনপাত লগোৱা হোৱা নাছিল। মাইনৰ খাপৰ প্ৰধান শিক্ষক নিযুক্ত হৈছিল বৰপেটাৰ শ্ৰীবাসুদেৱ ভূঞা, ইংৰাজী শিকাবলৈ নিযুক্ত হৈছিল শ্ৰীধীৰেন্দ্ৰ নাথ পূজাৰী দেৱ। মাইনৰ স্কুল ঘৰৰ অসম্পূৰ্ণ অৱস্থাত হাউলীত হাইস্কুল পতা যায় কেনেকৈ এই চিন্তা কৰি থাকোঁতে ভগৱন্তই এটা উপায় দিলে। এদিন হাউলী চাৰিআলিত

মৌঃ নুৰ মোহাম্মদ খা ( মাষ্টৰ দা ), মৌঃ আব্দুল হামিদ দেৱান, ৺ মোঃ হবিউল্লা মুন্সি, ৺ মোঃ দ্বাৰাজালি খান, ৺মোঃ আব্দুল কৰিম ডাক্তাৰ আৰু ওচ্‌মান মুন্সিক একেলগে লগ পালোঁ। তেওঁলোকৰ লগত আলোচনাক্রমে খিলঞ্জীয়া আৰু নবাগত লোকসকলৰ শিক্ষাৰ সুচলতাৰ কাৰণে হাউলীত হাইস্কুল এখন স্থাপনৰ একান্ত আৱশ্যক বুলি আটাইৰে বোধগম্য হল। তেওঁলোকৰ ভিতৰত নুৰ মোহাম্মদ মাষ্টৰ মহাশয়ে খুব আগ্রহ দেখুৱালত আটাইকেইজনেই সঁহাৰি দি মোক সোনকালে সকলো সম্প্রদায়ৰ মুখীয়াল সকলক মাতি এখন ৰাজহুৱা কমিটি পাতিবলৈ কলে। ৺ৰাজেন্দ্র নাথ চৌধুৰী আৰু ৺যোগেশ চন্দ্র দাসে সঁহাৰি জনালত উৎসাহ পাই এক সপ্তাহৰ ভিতৰতে নতুন মাইনৰ স্কুলতে স্থান নিৰূপণ কৰি নিজে আহ্বায়ক হৈ ইং ১৯/২/৩৮ তাৰিখে প্রতিনিধি-মূলক ৰাজহুৱা সভা এখন পতা হল। এই সভা পতাত হেড্‌পণ্ডিত ৺কন্দৰ্প ডেকা আৰু ইংৰাজী শিক্ষক পূজাৰীদেৱে পূর্ণ সহযোগ কৰিছিল। সভাত সভাপতি পতা হল দেৱান আব্দুল হামিদ মৌলবী চাহাবক। মই সভাৰ উদ্দেশ্য বৰ্ণাই কোৱাৰ পাচত সকলোৱে মাজত গুণ-গুণনি উঠিল হাউলীত বর্ত্তমান সময়ত হাইস্কুল পতা সম্ভৱ হব নে নহয় এই কথালৈ। ৺ৰাজেন্দ্র নাথ চৌধুৰী (গলিয়াৰ) ৺ দ্বাৰাজালি খান ৺কেশৱ চৰকাৰ প্রভৃতি কেইজনমানে বক্তৃতাকাৰে সেই সম্বন্ধে আলোচনা কৰাৰ পাচত এজন আগ-ৰণুৱা সমাজসেৱী মুখ্য লোকে "মাইনৰ স্কুল-টোকে আমি সম্পূর্ণ টিনপাত লগাই বান্ধি উলিয়াব পৰা নাই, এই সময়ত হাইস্কুল পতা সম্ভৱ নহব। গতিকে এই প্রস্তাৱত আমি সন্মতি দিব নোৱাৰোঁ।" এই কথা প্রকাশ কৰাত আমাৰ সকলো উদ্দেশ্য বিফল হোৱা যেন পাই মনৰ আবেগত বিগলিত অন্তৰে সকলোৰে আগত থিয় হৈ সাহসেৰে কলোঁ— "সন্মানীয় ৰাইজ! মই সপোনত দেখিছোঁ, হাউলীত হাইস্কুল হৈ গৈছে, আপোনালোকে মাথোন প্রস্তাৱটো আজিৰ সভাত পাছ কৰি লওক। ভগৱানৰ ইচ্ছাত হাউলীত হাইস্কুল হৈ যাব"। মোৰ এই ব্যগ্রতাৰ কথা জনা লোক এতিয়াও ওলাব। এই কথা কোৱাৰ লগে লগে সকলোৰে মনত ভগৱন্তই প্রেৰণা জগাই দিলে। সভাপতিয়ে স্বয়ং সন্মতি প্রকাশ কৰিলত ৺চুফি বিয়াজুদ্দিন আহমেদ চাহাবে আৰু নুৰ মোহাম্মদ মাষ্টৰ মহাশয়ে থিয় হৈ সমর্থন কৰাত সকলো ৰাইজে হাত চাপৰি দি সর্ব্বসন্মতি জনালে। এইদৰেই ইচ্ছাময়ৰ ইচ্ছাত হাউলী হাইস্কুল পতাৰ প্রস্তাৱ সভাত গৃহীত হৈছিল। তেতিয়া দান-বৰঙণীৰ প্রশ্ন তোলাত লগে লগে জনেপ্রতি হাত জোকোৰাত মুঠতে ১৮৫ টকা নগদ ধন আৰু দোযোৰা শালৰ খুটি দিয়াৰ প্রতিশ্রুতিৰে হাউলী হাইস্কুলৰ পাতনি মেলা হ'ল। ৩০ জন সভ্যৰে তদৰ্থ কমিটি এখন সভাই পাতি দিয়ে। প্রথম সভাপতি হল মৌঃ নুৰ মোহাম্মদ খান চাহেব, সম্পাদক হল ৺দীন নাথ চৌধুৰী আৰু সহকাৰী সম্পাদক হল শ্রীযাদব চন্দ্র দাস। প্রথম অৱস্থাত মাইনৰ খাপৰ শিক্ষক-দ্বয়ে কিছুদিন অবৈতনিক ভাবে খাটি দিয়ে। উক্ত সভাতে এৰাবিক শিক্ষক আদিৰে পৰা দেৱান চাহাবক পতা হৈছিল। মাইনৰৰ হেড মাষ্টাৰ শ্রীবাসুদেৱ ভূঞা দেৱে কিছুদিন সধৈর্য্যে

কাম কৰাৰ পাচত গুৰু প্ৰসাদ দাস বি. এ দেৱক কাৰ্য্যকৰী সভাই প্ৰথম স্থায়ী হেড্‌মাষ্টাৰ নিযুক্ত কৰিছিল। নতুন হাইস্কুলত অসীম ধৈৰ্য্য আৰু পৰিশ্ৰম কৰি তেওঁ প্ৰশিক্ষণ কাৰ্য্য যেনে নিয়াৰিকৈ চলাইছিল তাকে চাই তেওঁৰ প্ৰতি সকলোৱে মুগ্ধ হৈ পৰিছিল। কিন্তু কিছুদিন পাচতেই ইং ১৯৪১ চনত চৰকাৰী চাকৰি পাই তেওঁ চিলঙলৈ গুচি যায়। তেওঁক বিদায় দিয়াত আমি বৰ টান পাইছিলোঁ যদিও পাচত তেওঁৰ ঠাই শ্ৰীহৰেকৃষ্ণ দাস বি, এচ, চি দেৱে পূৰণ কৰিছিল।

শ্ৰীবাসুদেৱ ভূঞাৰ দিনত (প্ৰতিষ্ঠাতা হেড্‌-মাষ্টাৰ) ইং ১৯৩৯ চনৰ ৩ এপ্ৰিলত হাউলী হাইস্কুলৰ সপ্তমমান শ্ৰেণী খোলা হৈছিল। প্ৰথমতে বহু চেষ্টাৰ ফলত ৮ জন লৰা মাত্ৰ ভৰ্ত্তি হৈছিল। প্ৰথম ভৰ্ত্তি হৈছিল শ্ৰীকাশী নাথ পাঠকে।

বৰ্ত্তমান য'ত হাইস্কুল চলি আছে এই ডোখৰ ঠাই আছিল হাউলী প্ৰাথমিক মোক্তব স্কুলৰ মাটি। মোক্তবৰ কাৰণে উত্তৰৰ অংশ ৰাখি মোক্তবৰ কাৰ্য্যকাৰী কমিটিৰ সভাপতি চুফি ৰিয়াজুদ্দিন চাহাবৰ সৌজন্যত বৰ্ত্তমান ঠাইখণ্ড হাইস্কুল পাতিবলৈ মুছলিম ৰাইজে এৰি দিছিল। এই মাটিৰ বিষয়ে ৰাইজে জানিব লগীয়া ইতিহাস আছে। আচলতে হাইস্কুলৰ মাটি আৰু কবৰস্থানৰ সম্পূৰ্ণ মাটি ৺ লোহিত চন্দ্ৰ ভূঞা দেৱে দান কৰা। লোহিত ভূঞা বৰপেটাৰ মানুহ হলেও তেওঁ চিৰকুমাৰ হৈ জীৱন নিৰ্ব্বাহ কৰি কলিকতাৰ ভৱানীপুৰত সৰ্ব্ব প্ৰথমে অসমীয়া প্ৰেছ খোলে অসমৰ স্বনামধন্য পুৰুষ যশস্বী সাহিত্যিক মহাদেৱ শৰ্ম্মাৰ লগত। তেৱেঁই অসমীয়া ভাষাত 'অৰুণ' নামে কণ কণ লৰাৰ কাৰণে এখন মাহেকীয়া জনপ্ৰিয় কাকত কেবা বছৰ ধৰি প্ৰকাশ কৰিছিল। অসমত সৰ্ব্বপ্ৰথমে এনোৱা সেই "অৰুণ" আমি প্ৰাথমিক স্কুলত থাকোঁতেই পঢ়ি প্ৰথম সাহিত্যৰ সোৱাদ লভিছিলোঁ। পাচত কলিকতাৰ পৰা বুঢ়া কালত আহি তেওঁ আমাৰ হাইস্কুলৰ দক্ষিণে নিচেই ওচৰতে ইং ১৯১৫ চনমানতে বসতি কৰে। ভতিজাক ৺ অপূৰ্ব্ব কুমাৰ ভূঞা এজন হোমিওপেথিক ডাক্তৰ হলেও কবি আৰু সাহিত্যিক আছিল। সৰু লৰাৰ উপযোগী কেবাখনো পুথি প্ৰকাশ কৰিছিল। তেওঁৰ সৰু ভায়েক ডাক্তৰ ৺ অনিল কুমাৰ ভূঞাও বহুগুণী জনপ্ৰিয় লোক আছিল। দুয়ো ভতিজাকক সাবতি লৈ খুড়াকে হাউলীতে স্থিতি হৈছিল। তেওঁ আছিল বহুদৰ্শী, সমাজ সেৱক আৰু কৰ্ম্মী দানী সৰবৰহী আৰু লম্ব দাড়ি সহ অতি শুৱনী লোক। বসতি কৰা ঠাইতে এখন সুবৃহৎ বাগানো তৈয়াৰ কৰিছিল। তেওঁ হাউলীত প্ৰায় দুশ বিঘা মাটি কৰিছিল। সেই সময়ত নবাগত মুছলমান সকলক কবৰ স্থান কৰিবলৈ বাগানৰ ওচৰতে ৪০ বিঘা মাটি দান কৰি দিছিল। এই কবৰ স্থানতে হাউলী হাইস্কুলত লৰাৰ সংখ্যা অনুক্ৰমে বাঢ়ি যোৱাত এতিয়া ইং ১৯৮২ চনত "আজাদ হাইস্কুল" স্থাপিত হৈছে। হাউলী হাইস্কুল স্থাপিত হোৱা সাতবিঘা মাটিত সৰ্ব্ব প্ৰথমে তেওঁ মাতৃজাতিৰ হিতাৰ্থে এখন বিধবা আশ্ৰম খুলিবলৈ পৰিকল্পনা কৰিছিল। সেই সময়ত আমাৰ মানুহৰ কোনো সঁহাৰি নাপাই শাল পাত অনাৰ ব্যৱস্থা কৰিও আশ্ৰমৰ কাম আৰম্ভ কৰিব পৰা নাছিল। হাউলী টাউনৰ এজন প্ৰথম শিক্ষিত নাগৰিক আছিল তেওঁ। তেওঁৰ পৰিকল্পনা ফলৱতী হোৱা জীৱিত

কালত দেখা নাপালে যদিও এই হাইস্কুল দুটা আৰু মোক্তৰৰ ঠাইত হোৱা আমবাৰী মৈৰামাৰা প্ৰাইমাৰী স্কুলটোৱে তেওঁৰ স্মৃতি চিৰকাললৈ উজ্জ্বলাই ৰাখিছে । যিহেতু পাহৰণিৰ বুকুত এইজন মহান পুৰুষৰ স্মৃতি হাউলীত ক্ৰমান্বয়ে ম্লান হৈ যাব ধৰিছে, যিহেতু এতিয়াও সকলোৱে মন কৰিলে হাউলী হাইস্কুলৰ উত্তৰ কাষেদি পশ্চিমলৈ যোৱা আলিবাটটো "লোহিত, ভূঞা পথ" নামাকৰণ কৰি এই মহান ব্যক্তিজনাৰ স্মৃতি ৰক্ষা কৰিব পৰা যায় । এই কথালৈ হাউলী পৌৰ সভাৰ মনযোগ আকৰ্ষণ কৰা হ'ল ।

চুফি ৰিয়াজুদ্দিন আহাম্মদৰ দ্বাৰাই উক্ত মাটিৰ ওপৰত হাউলী হাইস্কুল বন্ধাৰ কাৰণে আধাৰশিলা স্থাপন কৰা হয় (১৯৪০ ইং) ইতিমধ্যে বৰপেটা মহকুমাৰ চেয়াৰমেন ৺ ধনীৰাম তালুকদাৰক সভাপতি পাতি স্কুলৰ ফাণ্ড সবল কৰাৰ উদ্দেশ্যে এখন ৰাজহুৱা সভা পতা হয় (১৯৩৯) । তেওঁৰ প্ৰভাৱতে উপস্থিত ৰাইজৰ বহুজনৰ পৰা হাইস্কুলৰ কাৰণে বুজন পৰিমাণৰ দান-অনুদানৰ প্ৰতিশ্ৰুতি পোৱা হৈছিল । আৰু তদৰ্থক কমিটিৰ সভ্য সকলেও জনে প্ৰতি এশ টকাকৈ চাঁদা দিয়াৰ প্ৰতিশ্ৰুতি দিছিল । সেই সময়ত ধন-মান কেউফালেদি হাউলীৰ সবল আৰু সমাজ প্ৰিয় লোক আছিল ৺ কেশৱ চন্দ্ৰ মহাজন । তেওঁৰ পৰলোক হয় ইং ১৯৪৩ চনত । মোঃ ডাৰোগালি চৰকাৰৰ পাচতে তেওঁ হাইস্কুলৰ সম্পাদক হয় । তেওঁ হাউলী হাট বজাৰৰ মহলদাৰো আছিল । তেওঁলোকক গুৱিয়াল কৰি লৈ বিশেষকৈ হাউলী বজাৰৰ বঙালী কাৰবাৰী সকলৰ পৰা যথাসাধ্যে চাঁদা তুলি হাইস্কুলৰ উত্তৰৰ বিল্ডিংটো বন্ধাৰ আয়োজন চলিল । হাইস্কুল পতাত বঙালী মুখ্যলোক ৺ বনবিহাৰী সাহা, ৺ সদানন্দ সাহা, ৺ শৰৎ-চন্দ্ৰ সাহা, ৺ কুটেশ্বৰ সাহা, তেতিয়া জীৱিত আছিল । তেওঁলোকে সৰ্বান্তঃকৰণে সহযোগ কৰিছিল । ৺ ৰাজেন্দ্ৰ সাহা আৰু নিকুঞ্জ বিহাৰী সাহাই কাৰ্য্যকৰী কমিটিৰ সৰ্বকালে সভ্য হৈ থাকি বিপুল উৎসাহেৰে হাউলী হাইস্কুল স্থাপনৰ কাৰ্য্যত আত্মনিয়োগ কৰিছিল । প্ৰকৃত পক্ষত নবাগত হিন্দু-মুছলিম সকলৰ সদায় সহযোগ অতি প্ৰশংসনীয় আছিল আৰু তাৰ ফলশ্ৰুতিতে আমাৰ জাতীয় সুঁতিটো বশিষ্ঠাশ্ৰমৰ দৰে পবিত্ৰ আৰু গভীৰ হৈ পৰিছিল । পূৰ্ণোদ্যমে কাম কৰা শিক্ষক সকলৰ ভিতৰত গুৰিৰ পৰা একাগ্ৰচিত্তে লাগি আছিল শ্ৰীধীৰেন্দ্ৰ নাথ পূজাৰী, শিল্পী সহকাৰী হেড্‌মাষ্টাৰ (পাচত হেড্‌মাষ্টাৰ হৈছিল) শ্ৰীপৰেশ চন্দ্ৰ উজীৰ বি, এচ, চি, ৺ দীন নাথ চৌধুৰী, দেৱান আব্দুল হামিদ চাহেব আৰু এম, ভি স্কুলৰ হেড্ পণ্ডিত ৺ কন্দৰ্প ডেকাই । এয়া শিক্ষক সকলৰ উপৰিও হাইস্কুল প্ৰতিষ্ঠাৰ সময়ত প্ৰাণ দি খাটিছিল ছাত্ৰসকলে । তেওঁলোকৰ ভিতৰত মোঃ ছাদৎ আলী, মোঃ নওছেৰ আলী, মোঃ ছাহাদৎ আলী, মোঃ বাহাদুৰ আলী মোঃ মোৱাজ্জেম হুছেন, মোঃ ইউনুছ আলী, মোঃ হবিবৰ ৰহমান, জয়নুদ্দিন আহম্মেদ, মোঃ ৰহমান আলী, মোঃ মফিজুদ্দিন আহম্মেদ, আব্দুল চত্তাৰ, মোঃ চাহুল্লা, মোঃ দৰবেশ আলী, মোঃ ইস্মাইল খান ( M. P. ), শ্ৰীগুণেশ নাথ, ৺ কালীচৰণ নাথৰ নাম স্মৰণীয় । ভিতৰুৱা অঞ্চলত চাঁদা আদি তোলা কামতো তেওঁলোকে

আমাক পৰিচালিত কৰিছিল। ডেকা উদ্যোগী কৰ্মবীৰ হেড্ মাষ্টাৰ শ্ৰীজয়কৃষ্ণ চৌধুৰী বি, এ দেৱৰ দিনত ইং ১৯৪৩ চনৰ অক্টোবৰত হাউলী মাইনৰ স্কুল হাইস্কুলৰ লগত চামিল হয়। এই সময়ত দীননাথ চৌধুৰীদেৱো শিক্ষক নিযুক্ত হয়। ময়ো আহি হাইস্কুলৰ শিক্ষক হওঁ। তেতিয়াৰ পৰাই মাইনৰৰ কাৰ্য্যকৰী কমিটিৰ সভাপতি ৺ দেবেন্দ্ৰ নাথ উজীৰ বি, এল দেৱে হাইস্কুলৰ কাৰ্যকৰী কমিটিৰ অস্থায়ী সভাপতি ইং ১৯৪৩ চনৰ পৰা পূৰ্ণোদ্যমে কাম চলাই আহিছিল। এখেতৰ নেতৃত্বত কমিটিয়ে অশেষ সবলতা লাভ কৰি স্কুলৰ ফাণ্ড উন্নত কৰিবলৈ উঠি-পৰি লাগে। সভাপতি উজীৰদেৱে আমাৰ লগত বতাহ বৰষুণ নেওচি, বোকা-পানী গচকি গাঁৱে গাঁৱে, পাৰাই পাৰাই ঘূৰি হাইস্কুলৰ চাঁদা তোলা অভিযানত যি অক্লান্ত পৰিশ্ৰম কৰিছিল সি অবৰ্ণনীয়। সেয়েহে হাউলী হাইস্কুল স্থাপনত তেওঁৰ অৰিহণা সকলোতকৈ অধিক। সেইবাবে তেওঁ আমাৰ চিৰস্মৰণীয়। তেওঁৰ সুযোগ্য পুত্ৰ ডাঃ সমৰেন্দ্ৰ উজীৰে এতিয়াও হাউলীত স্থিতি হৈ সমাজ সেৱাত আগ্ৰহী হৈ আছে। এই সময়তে প্ৰয়াত ৺ ৰামচৰণ মেধিয়ে তেওঁৰ নামৰ বিনিময়ত দহ হাজাৰ টকা লবলৈ হাউলী হাই-স্কুলৰ কাৰ্য্যকৰী কমিটিয়ে স্বীকৃত হোৱাত তেওঁ দিম বুলি সমাজ বিদ্যমানে স্বীকাৰ কৰি পাচত অস্বীকাৰ কৰিলে। এই কথাত আমাৰ কাৰ্য্য-কৰী কমিটি অসন্তুষ্ট হৈছিল যদিও হতাশ নহৈ পাচত দ্বিগুণ উৎসাহে চাঁদা আদায় কামত লাগি দিছিল।

ইতিমধ্যে বিশেষ স্মৰণীয় কথা হল, হাইস্কুল স্থাপনৰ পাচতে ইং ১৯৪০ চনৰ জুন মাহত গৰমৰ বন্ধৰ আগে আগে সমন্বয়ৰ ক্ষেত্ৰ সুদৃঢ় কৰাৰ উদ্দেশ্যে হাউলী অঞ্চলৰ সমস্ত ছাত্ৰ আৰু ৰাইজৰ উপস্থিতিত সৰ্ব্বপ্ৰথমে এখন বিৰাট ৰাজহুৱা সভা অৰ্দ্ধনিৰ্ম্মিত স্কুলঘৰতে উদ্‌যাপিত হৈছিল। সেই সভাৰ পৌৰোহিত্য কৰিবলৈ অসম কেশৰী ৺ অম্বিকাগিৰি ৰায় চৌধুৰী-দেৱক মাতি অনা হৈছিল। সভাত হিন্দু-মুছলিম, অসমীয়া, বঙালী অসংখ্য ৰাইজ সমবেত হৈছিল। নবাগত অধ্যুষিত আৰু ভাষিক সমস্যা বহুল হাউলীত হাইস্কুলখন নতুনকৈ গঢ়ি উঠা দেখি তেওঁ অতিশয় সন্তুষ্টি লাভ কৰে। তেওঁ অসমীয়া ভাষাৰ মাধ্যমত নতুন বৃহৎ অসম গঢ়ি তুলিবলৈ সক-লোকে আহ্বান জনাই পুবণি ঐতিহ্যপূৰ্ণ হাউলীৰ শুভ মানসিকতা উদ্ভৱ হোৱাৰ কাৰণে অশেষ ধন্যবাদ জনাই দেশ প্ৰেমোদ্দীপক উদ্দীপ্ত বক্তৃতাৰে সকলোকে অনুপ্ৰাণিত কৰে আৰু এই শিক্ষা-নুষ্ঠান যে জাতীয় ভাষাৰ অগ্ৰণী হব সেয়া শুভ বাণী শুনাই সকলোকে আপ্যায়িত আৰু উৎসাহিত কৰে। এই জাতীয় নেতাজনৰ পদা-ৰ্পণত সকলো কৰ্ম্মী, শিক্ষক-ছাত্ৰ আৰু ৰাইজে নতুন উদ্দীপনা আৰু আলোক লাভ কৰি ধন্য হ'ল। লগতে জাতীয়তা গঢ়ি উঠিবলৈকো ইন্ধন যোগালে।

উক্ত সভাৰ পাচত ইং ১৯৪০ চনত বৰপেটাৰ মহকুমাধিপতি ৺ ৰবীন্দ্ৰ খাউণ্ডৰ সভাপতিত্বত আৰু এখন সভা পাতি আমাৰ সমন্বয় সুদৃঢ় কৰা হয়। সেই সভাতে ৺ দেবেন্দ্ৰ নাথ উজীৰ দেৱক নতুন কাৰ্য্যকৰী কমিটিৰ স্থায়ী সভাপতি আৰু

মোঃ নুৰ মোহাম্মদ খান চাহাবক সম্পাদক পাতে। লগতে মই সহকাৰী সম্পাদক হৈ তেওঁলোকৰ লগত সাংগঠনিক সকলো কাম চলাই আহিছিলোঁ। ইয়াতে উল্লেখনীয় যে প্ৰতিষ্ঠাতা স্কু-শিক্ষক শ্ৰীধীৰেন্দ্ৰ নাথ পূজাৰীদেৱে আদিৰ পৰা অন্তলৈ সম্পাদক আৰু হেড্‌মাষ্টাৰ সকলৰ লগত প্ৰশিক্ষণৰ লগতে অন্যান্য কামতো দেহে-কেহে লাগি থাকি সহায়-সামৰ্থ্য যোগাইছিল। তেওঁ অন্যতম প্ৰতিষ্ঠাতা শিক্ষক। হাউলী শাখা সাহিত্য সভাও তেওঁৰ লগতে লগ হৈ স্থাপন কৰা হৈছিল ইং ১৯৬৬ চনত।

শ্ৰীহৰেকৃষ্ণ দাসৰ পাচত কৰ্মবীৰ বাসুদেব দাস হেড্‌মাষ্টাৰ হৈ হাইস্কুলখন গঢ় দি তোলে। এই সময়তে বিভাগীয় সহায় সহযোগ বিচাৰি হেড্‌মাষ্টাৰ বাসুদেব দাস, শ্ৰীধীৰেন্দ্ৰ নাথ পূজাৰী ৺ কন্দৰ্প ডেকা আৰু মই চাৰিওজনে মিলি নলবাৰীলৈ গৈ অসমৰ প্ৰয়াত স্কুল ইন্সপেক্টৰ ৺ শৰৎ চন্দ্ৰ গোস্বামী দেৱৰ ওচৰ চপা হয় আৰু হাউলীত নতুনকৈ হাইস্কুল স্থাপনৰ কথা আলোচনা কৰি মঞ্জুৰীৰ আবেদন জনোৱা হয়। সেই আবেদন মতে তেওঁ স্কুল চাবলৈ অহাৰ আশ্বাস দিছিল। তাৰ পৰা ঘূৰি আহিয়ে উত্তৰৰ বিল্ডিঙৰ কামত জোৰে লাগি দিয়া হয়। কিছুদিন পাচতে অসমৰ শিক্ষাধিকাৰ এচ, চি, ৰায়ৰ লগত গোস্বামী দেৱ স্কুললৈ আহি ওলায়। বিৰাট ৰাজহুৱা সভা পাতি তেওঁলোকক বিপুলভাবে অভ্যৰ্থনা জনোৱা হয়। সেইমতে মাইনৰ আৰু হাইস্কুল চামিলকৰণ হোৱাৰ লগে লগে তেওঁ মাহিলি ৩০ টকাকৈ চৰকাৰী অনুদান দিয়ে। ইতিমধ্যে শ্ৰীবাসুদেব দাস হেড্‌মাষ্টাৰৰ দিনত এই স্কুলে গোস্বামী দেৱৰ সদিচ্ছা আৰু সৌজন্যতে প্ৰাথমিক মঞ্জুৰী লাভ কৰিছিল। এখেতৰ পাচত শ্ৰীজয়কৃষ্ণ চৌধুৰী বি, এ, দেৱৰ দিনত ইং ১৯৪৩ চন ১৯ অক্টোবৰত হাউলী কম্বাইণ্ড মজলীয়া স্কুলৰ পৰা ইংৰাজী শাখা আনি নতুন হাইস্কুল শাখাৰ লগত চামিলকৰণ কৰা হৈছিল। এয়া হৈছে হাইস্কুল স্থাপনৰ প্ৰথম অৱস্থাৰ কথা। এইদৰেই হাউলী হাইস্কুলে অনুক্ৰমে পূৰ্ণতা লাভ কৰিছিল।

হেড্‌মাষ্টাৰ শ্ৰীজয়কৃষ্ণ চৌধুৰী দেৱ ইং ১৯৪৬ চনত বিদায় লৈ যোৱাত নতুন হেড্‌মাষ্টাৰ হিচাবে শ্ৰীগৌৰীকান্ত শৰ্ম্মা দেৱক লাভ কৰি হাউলী হাইস্কুলৰ দ্বিতীয় পৰ্ব্বৰ সূচনা হয়। এখেতৰ সময়ছোৱাক হাইস্কুলৰ আলোকিত 'যুগ' আখ্যা দিব পাৰি। সহকাৰী হেড্‌মাষ্টাৰ শ্ৰীপৰেশ চন্দ্ৰ উজীৰ বি এছ, চি তেওঁৰ লগত কৰ্ম্মী হৈ থকাত সোণত সুৱগা চৰা যেন হৈছিল। স্কুলটো সম্পূৰ্ণাঙ্গ কৰি তোলাত শৰ্ম্মাদেৱৰ বৰঙণি আৰু অৱিহণা অপ্ৰতুল। শৰ্ম্মাদেৱে প্ৰথমতে সেই সময়ৰ ৰাজ্যপাল শ্ৰীশ্ৰীপ্ৰকাশ দেৱক হাউলীলৈ মাতি আনি হাইস্কুলৰ বাবে এককালীন ৫০০ টকা দান লাভ কৰে। তেওঁৰ দক্ষতাৰ ফলতে ইং ১৯৪৯ চনত হাউলী নৰ্ম্মাল স্কুল প্ৰাঙ্গনত এখন প্ৰদৰ্শনী স্থাপিত হৈছিল যি অসমৰ ভিতৰতে প্ৰোজ্জ্বল হৈ উঠিছিল। সেই সময়ৰ অসমৰ ৰাজ্যপাল জয়ৰাম দাস দৌলত ৰামে আহি প্ৰদৰ্শনী উদ্বোধন কৰিছিল। এই প্ৰদৰ্শনীতে হাউলী হাইস্কুলৰ যশস্যা আৰু সুনাম কেউফালে বিয়পি পৰিছিল যিহেতু সকলো কাৰ্য্য পৰিচালিত হৈছিল হাইস্কুলৰ সভাপতি

৺ দেবেন্দ্ৰ নাথ উজীৰ, সম্পাদক আৰু হেড্-মাষ্টাৰ শ্ৰীগৌৰীকান্ত শৰ্ম্মাদেৱ, শিক্ষক সকল আৰু কাৰ্য্যকৰী সমিতিৰ সদস্য সকলৰ দ্বাৰা।

তাৰ পাচতে হাউলীৰ ৰাইজে হাইস্কুললৈ আহ্বান কৰি আনিলে সেই সময়ৰ অসমৰ মুখ্যমন্ত্ৰী লোকপ্ৰিয় গোপীনাথ বৰদলৈ দেৱক। বিপুল আয়োজনৰ মাজেদি কৰা সম্ভাষণত বৰদলৈ দেৱ বিমোহিত হৈ হাইস্কুলৰ সাহায্য প্ৰতি মাহে এশ টকালৈ বঢ়াই দিছিল। এই সময়ত দেশৰ স্বাধীনতা লাভৰ আগে আগে মুছলিমৰ লগত আন্দোলনত বৰপেটা মহকুমা উত্তপ্ত হৈ উঠিছিল। কিন্তু হাউলীত সকলো সম্প্ৰদায়ৰ মহামিলন স্বচক্ষে দেখি তেওঁ বিমুগ্ধ হৈ পৰে। সেই মিলনৰ ফলশ্ৰুতিত আৰু এটা শিক্ষানুষ্ঠান গঢ়ি উঠিল। সেয়া হল বুনিয়াদী মহাবিদ্যালয় ( ইং ১৯৪৮ )। তেওঁ হাউলীৰ পৰা ৰাজধানীলৈ গৈয়ে কেবিনেট মিটিঙত স্বয়ং প্ৰস্তাৱ কৰিছিল যে সেই সময়ত অসমত স্থাপিত হব লগীয়া ছয়টা বুনিয়াদী বিদ্যালয়ৰ ভিতৰত প্ৰথমটো হাউলীত স্থাপিত হব লাগে ( ইং ১৯৫০ চনত )। সেইমতে সেই সময়ৰ প্ৰয়াত শিক্ষামন্ত্ৰী ৺ মহেন্দ্ৰ মোহন চৌধুৰী দেৱে হাউলীত প্ৰথমতে গুৰুট্ৰেইনিং স্কুল আৰু পাচত বুনিয়াদী মহাবিদ্যালয় স্থাপন কৰে ইং ১৯৪৯ চনত। গুৰুট্ৰেইনিং স্কুলৰ শ্ৰেণী বৰ্ত্তমান নৰ্ম্মাল স্কুল বিল্ডিঙতে খোলে। পাচত বুনিয়াদী স্কুলৰ আঁচনি উঠি যোৱাত শিক্ষামন্ত্ৰী মহেন্দ্ৰ মোহন চৌধুৰী দেৱৰ প্ৰেৰণাত আমাৰ কাৰ্য্যদক্ষ হেড্মাষ্টাৰ শৰ্ম্মাদেৱে আমাক হাতত লৈ হাউলী নৰ্ম্মাল স্কুলৰ শ্ৰেণী খুলি পঢ়োৱা আৰম্ভ কৰি দিয়ে ইং ১৯৫০ চনত। এয়ে হল নৰ্ম্মালস্কুল স্থাপনৰ গুৰি কথা। লগে লগে বুনিয়াদী স্কুল উঠি যোৱাত হাউলী হাইস্কুলৰ লাভ হ'ল চৰকাৰী খৰচত বন্ধা আলিবাটৰ পশ্চিম ফালৰ বিল্ডিং দুটা। এইদৰে তেতিয়াহে শৰ্ম্মাদেৱৰ দিনতে হাইস্কুলৰ ঘৰৰ সমস্যাৰো একৰকম সমাধান হ'ল। কিন্তু হেড্মাষ্টাৰৰ কোৱাৰ্টাৰ এতিয়াও বাকী।

নৰ্ম্মাল স্কুলৰ প্ৰথম অৱস্থাত প্ৰতিষ্ঠাতা অধ্যক্ষ আছিল ক্ৰমান্বয়ে শ্ৰীঅচ্যুৎ চন্দ্ৰ দাস, পাচত ৺ গৰ্গেশ্বৰ দাস। এখেত ইং ১৯৬২ চনত স্থাপিত বুনিয়াদী বিদ্যালয়ৰো প্ৰতিষ্ঠাতা অধ্যক্ষ আছিল। ইং ১৯৮৭ চনত তেখেতৰ পৰলোক হোৱাত হাউলীয়ে এজন বিচক্ষণ সমাজ সেৱী হেৰুৱায়।

নৰ্ম্মাল স্কুলৰ কাৰ্য্যকৰী কমিটিৰ প্ৰতিষ্ঠাতা সভাপতি আছিল ৺ অক্ষয় কুমাৰ দাস দেৱ আৰু প্ৰতিষ্ঠাতা সম্পাদক আছিল প্ৰয়াত স্কুলবিভাগৰ ডেপুটি ইন্সপেক্টৰ ৺ মহেন্দ্ৰ নাথ গোহাই বি, এ, বি, টি দেৱ। হাউলীৰ প্ৰতি থকা প্ৰীতি ভাবতে বৰদলৈ দেৱে ইং ১৯৪৬ চনত হাউলী চিকিৎসালয়ৰ আধাৰশিলাও স্থাপন কৰে। এই হস্পিতালৰ প্ৰতিষ্ঠাতা সম্পাদক শ্ৰীযাদব চন্দ্ৰ দাস। বিশিষ্ট কৰ্ম্মী আছিল ৺ দীননাথ চৌধুৰী, ৺ ৰাজমোহন চৌধুৰী আৰু ৺ হৰগোবিন্দ পাঠক।

শৰ্ম্মাদেৱে হাইস্কুলৰ উন্নতি সাধনৰ উপৰিও হাউলী চণ্ডীবৰুৱা স্মৃতিভৱনত স্থাপিত হাউলী নাট্য সঙ্ঘৰ লগত ঘনিষ্ঠ সহযোগ কৰিছিল। এই সঙ্ঘৰ প্ৰথমৰ পৰা (ইং ১৯৫৪) আজিলৈ সম্পাদক হৈ আছে অক্লান্ত কৰ্ম্মী সমাজ সেৱী লোক শ্ৰীথিবেশ্বৰ শৰ্ম্মাদেৱ আৰু সভাপতি আছিল ক্ৰমান্বয়ে ৺ দীননাথ চৌধুৰী আৰু শ্ৰীযাদব চন্দ্ৰ দাস। ইয়াত স্থাপিত মনোমতী

পুথিভড়ালৰ সৌষ্ঠৱ সম্পাদক শ্ৰীযোগেশ চন্দ্ৰ নাথৰ দিনত অতি উজ্জ্বল হৈ উঠিছিল। নাট্য সঙ্ঘৰ প্ৰধান অভিনেতা আৰু উদ্যোগী পুৰুষ ৺বিৰজা নাথ দাস আৰু প্ৰয়াত মন্ত্ৰী ৺সুৰেন্দ্ৰ নাথ দাসৰ পৰলোক (১৯৮৩) হোৱাত নাট্য সঙ্ঘৰ উজ্জ্বলতা ক্ৰমে ম্লান হৈ পৰা দেখা গৈছে।

শৰ্মাদেৱ ইয়াত চাকৰি কৰাৰ মাজভাগত ইং ১৯৪৮ চনত বেচিক ট্ৰেইনিং লবলৈ দিল্লীলৈ যাব লগা হোৱাত শ্ৰীপৱন চন্দ্ৰ শৰ্মা দেৱে তেওঁৰ ঠাইত কাম কৰে। এই সময়তেই উঠি পৰি লাগি শ্ৰীচণ্ডীচৰণ দাসক ঠিকা দি হেড্‌মাষ্টাৰৰ 'কোৱাৰ্টাৰ'টো সম্পুৰ্ণ ভাৱে তৈয়াৰ কৰি উলিওৱা হয়। কোৱাৰ্টাৰ নোহোৱালৈ নতুন হেড্‌মাষ্টাৰ শৰ্মা দেৱক প্ৰায় তিনিমাহ সহঃ সম্পাদকে নিজ ঘৰত ৰাখিব লগীয়া হৈছিল। শৰ্মাদেৱে বুনিয়াদী প্ৰশিক্ষণ লৈ আহি পুনঃ হাউলী হাই-স্কুলত ভৰ্ত্তি হৈ এই স্কুলতে বুনিয়াদী শিক্ষাৰ সম্ভাৱনীয় বহুত নিয়ম প্ৰয়োগ কৰিছিল। ইং ১৯৫০ চনত শৰ্মাদেৱে চৰকাৰৰ আহ্বানত চৰকাৰী চাকৰি পাই হাউলী এৰি যাবলগীয়া হয়। তেতিয়া শ্ৰীপৰেশ চন্দ্ৰ উজীৰ দেৱে কিছুদিন অস্থায়ীভাৱে অতি নিয়াৰিকৈ হেড্‌মাষ্টাৰৰ কাম চলোৱাৰ পাচত পুনঃ পুৰণি অভিজ্ঞ, সুপ্ৰশাসক আৰু খেলুৱৈ শ্ৰীপৱন চন্দ্ৰ শৰ্মা দেৱক কাৰ্য্যকৰী কমিটিয়ে হেড্‌মাষ্টাৰ নিযুক্তি কৰে। এই সময়ত কাৰ্য্যকৰী কমিটিৰ সভাপতি আছিল অসমত প্ৰখ্যাত প্ৰবীন কংগ্ৰেছ সেৱী ৺বিশ্বনাথ দাস দেৱ। তেওঁৰ দিনত হাউলী হাইস্কুলৰ ভৰ যৌৱন অৱস্থা। এই যৌৱনত্ব লাভ তেওঁৰ কৃতিত্ব আৰু হেড্‌মাষ্টাৰ শৰ্মা দেৱৰ সুপ্ৰশিক্ষণৰ ফলশ্ৰুতি বুলি কব পাৰি।

সভাপতি ৺বিশ্বনাথ দাস দেৱৰ ইং ১৯৬৭ চনত পৰলোক প্ৰাপ্ত হোৱাত হাউলী নেতৃত্ব শূণ্য হৈ পৰে কিন্তু লগে লগে উদ্ভৱ হল উদীয়মান ডেকা ৺ডাঃ সুৰেন্দ্ৰ নাথ দাস। তেওঁ প্ৰথমতে পঞ্চায়তৰ সভাপতি হৈ পাচত জনপ্ৰিয়তা লভি দুবাৰ বিধান সভাৰ বিধায়ক হৈছিল। আৰু এই সময়তে অসম মন্ত্ৰী সভাত স্বাস্থ্য বিভাগৰ মন্ত্ৰী হৈ হাউলীৰ গৌৰৱ বঢ়াইছিল। তেওঁ মন্ত্ৰী হৈয়ো হাউলী হাইস্কুলৰ কাৰ্য্যকৰী কমিটিৰ সভাপতি হৈ হাউলী হাট বজাৰৰ ডাকৰ পৰা অৰ্থ সংগ্ৰহ কৰি হাইস্কুলৰ উত্তৰ ফালৰ পুৱৰ ৰুমটো নতুনকৈ সাজি তোলে আৰু স্কুল কম্বাউণ্ডটো পকা বেঢ় দি সুৰক্ষিত কৰে। হাউলী হাইস্কুলত ছোৱালী বৃদ্ধি হৈ ঠায়ে নোযোৰা হোৱাত তেওঁৰ নেতৃত্বতে ১৯৮৫ চনত হাউলী বালিকা হাইস্কুল খোলা হৈছিল। এই অনুষ্ঠানৰ প্ৰতিষ্ঠাতা সম্পাদক আছিল শ্ৰীউমেশ চন্দ্ৰ দাস আৰু প্ৰতিষ্ঠাতা হেড্‌মাষ্টাৰ আছিল ৺চন্দ্ৰকান্ত ভট্টাচাৰ্য্য দেৱ। তদুপৰি ইং ১৯৭২ চনত হাউলী হাইস্কুলত ছাত্ৰ বৃদ্ধিৰ পৰিপ্ৰেক্ষিতত আদৰ্শ বিদ্যাপীঠ হাউলী নামে হাইস্কুল এটিও এই সময়তে ৺বিৰজা নাথ দাসৰ নেতৃত্বত স্থাপিত হৈ উঠে। প্ৰতিষ্ঠাতা সম্পাদক আছিল শ্ৰীসুৰেন্দ্ৰ নাথ দাস (কেৰাণী)। হাউলীত 'সমবায় বজাৰ সমিতি' নামে ফল সঞ্চয়ৰ বৃহৎ প্ৰকল্পটো ভাৰতত প্ৰখ্যাত হৈ গঢ়ি উঠে ৺ডাঃ সুৰেন্দ্ৰ নাথ দাস আৰু ৺যোগেশ চন্দ্ৰ দাসৰ পৃষ্ঠপোষকতা আৰু শ্ৰীৰাজেন্দ্ৰ নাথ শৰ্মাৰ উদ্যোগত। এই অনুষ্ঠানৰ কাৰ্য্যকৰী কমিটিৰ প্ৰথম সভাপতি আছিল ৺বিৰজা নাথ দাস আৰু প্ৰতিষ্ঠাতা সম্পাদক আৰু মেনেজাৰ

শ্ৰীৰাজেন্দ্ৰ নাথ শৰ্ম্মা দেৱ। ডাঃ সুৰেন্দ্ৰ নাথ দাসে তেওঁৰ পূজনীয়া মাতৃৰ স্মৃতি ৰক্ষাৰ্থে "অহল্যা বালিকা বিদ্যালয়" প্ৰাইমাৰী স্কুলটো নিজ খৰছ আৰু চৰকাৰী সাহায্যত গঢ়ি তোলে ইং ১৯৪৮ চনত। এই প্ৰাইমাৰী স্কুলৰ আদিতে প্ৰতিষ্ঠাতা শিক্ষক আছিল ৺নৰেন্দ্ৰ নাথ আৰু ৺গোলক চন্দ্ৰ নাথ। ডাঃ সুৰেন্দ্ৰ নাথ দাসৰ পৰলোকৰ (১৯৮৩) পাচৰ পৰা হাউলী হাইস্কুলৰ প্ৰগতি মন্থৰ হোৱা বুলি কব পাৰি। সেইবাবেই ইমান পুৰণি আৰু আদৰ্শ স্থান লভিও নতুন চৰকাৰৰ আওকাণত হাউলী হাইস্কুল উচ্চ খাপৰ হাইস্কুল হিচাবে আজিও মঞ্জুৰী নোপোৱাটো আমাৰ দুৰ্ভাগ্যৰ কথা বুলি ভাব হয়।

ইং ১৯৭৪ চনত স্থাপিত হাউলী পৌৰ সভাৰ প্ৰথম চেয়াৰমেন আছিল ৺ ডাঃ সুৰেন্দ্ৰ নাথ দাস। ভাইচ চেয়াৰমেন আছিল শ্ৰীযাদব চন্দ্ৰ দাস। ডাক্তৰৰ দিনতে ইং ১৯৬৭ চনৰ পৰা হাউলীত সৰ্ব্ব প্ৰথম বিজুলীবাতি প্ৰচলন হোৱাত বৈজ্ঞানিক জগতৰ সুখ উপভোগৰ অংশ গ্ৰহণ কৰিবলৈ হাউলী সক্ষম হয়। এই সময়তে ৺যোগেশ চন্দ্ৰ দাসৰ পুৰুষাৰ্থ আৰু উঠি অহা ডেকা সকলৰ দ্বাৰা গঠিত ক্ৰীড়া সন্থাই "চণ্ডীবৰুৱা ময়দানত" নানা খেলৰ আয়োজন কৰি হাউলীক মুখৰ কৰি ৰাখিছে।

হাউলী হাইস্কুল সম্পূৰ্ণাঙ্গ হৈ উঠাৰ লগে লগে ইয়াত উত্তীৰ্ণ হৈ যোৱা দুখীয়া ছাত্ৰসকলে ঘৰৰ ভাত খাই কেনেকৈ উচ্চশিক্ষা লাভ কৰিব পাৰে সেই চিন্তা কৰি ৺ যোগেশ চন্দ্ৰ দাস (দলৰ পৰিচালক) শ্ৰীযাদব চন্দ্ৰ দাস, শ্ৰীথিৰেশ্বৰ শৰ্ম্মা, প্ৰয়াত সমাজ কৰ্ম্মী ৺ ৰাজমোহন চৌধুৰী ৺ কৃষ্ণকান্ত বড়ো, শ্ৰীমাধৱ চন্দ্ৰ দাস ৺ ধৰ্ম্মেশ্বৰ বড়ো, শ্ৰীৰঘুনাথ দাস, ৺ নিকুঞ্জ সাহা ৺ ৰাখাল সাহা, চন্দ্ৰ কান্ত বেপাৰী, সৰ্ব্বেশ্বৰ দাস বেপাৰী প্ৰভৃতি ১৫/১৬ জনমানে লগ হৈ হাউলীত সৰ্ব্ব প্ৰথমে কলেজ এটা স্থাপনৰ পৰিকল্পনা কৰি সাহসেৰে আগবঢ়া হৈছিল। সেই মানসে স্থিৰ কৰা হল হাউলীৰ হাট বজাৰখন ডাকি লৈ প্ৰতি বছৰে লাভাংশৰ দহ হাজাৰ টকা কলেজ ফাণ্ডত জমা কৰা হওক। দহ বছৰৰ মূৰত একলাখ টকা জমা হলে বৰনগৰ আৰু হাউলীৰ মধ্যস্থ ঠাই বৰবাৰীঝাৰত এটা কলেজ স্থাপনৰ ব্যৱস্থা কৰা হব। কিন্তু সেই সময়ৰ হাট মহলদাৰসকল মুখীয়াল আৰু ক্ষমতাসম্পন্ন আছিল আৰু আমাৰ উদ্দেশ্যৰ কথাতো সঁহাৰি দিয়া নাছিল। সেই বাবে প্ৰতিদ্বন্দিতা কৰি অধিক ডাক ধৰা স্বত্তেও অৱশেষত আমি হাইকোৰ্টত মোকৰ্দ্দমা খেলাইও জিকিব নোৱাৰিলোঁ। ইং ১৯৫৭ চনৰ কথা। আমাৰ পৰিকল্পনা কাৰ্য্যত পৰিণত নোহোৱাত কেই বছৰমান কলেজ পতাৰ কথা তল পৰি থাকিল। তাৰ পাচত পুনঃ সেই সময়ৰ বৰপেটাৰ মহকুমাধিপতি শ্ৰীকমল নাৰায়ণ মজুমদাৰৰ পৰা নতুন প্ৰেৰণা লভি 'বৰপেটাৰোড হাউলী' কলেজ স্থাপিত হয়। এই কলেজৰ গুৰি বঠা ধৰিছিল কাৰ্য্যকৰী কমিটিৰ ক্ৰমান্বয়ে সভাপতি হৈ বিধান সভাৰ প্ৰয়াত বিধায়ক ৺ অক্ষয় কুমাৰ দাসদেৱ আৰু প্ৰয়াত মন্ত্ৰী ৺ সুৰেন্দ্ৰ নাথ দাসে। এই দ্বিতীয় বাৰৰ উদ্যোগত বৰপেটাৰোডৰ মুখ্য লোক শ্ৰীগণপৎ ৰায় মোৰ, শ্ৰীমোহন লাল চৌধুৰী, শ্ৰীগোলাপ বাগাৰীয়া, শ্ৰীহনুমান প্ৰসাদ আগৰ-ৱালা, শ্ৰীৰামকুমাৰ আগৰৱালা, শ্ৰীঅমূল্য বিশ্বাস,

শ্ৰীমথুৰা মোহন হিতৈশী প্ৰভৃতিৰ অৰিহণা অসীম। প্ৰতিষ্ঠাতা সম্পাদক আছিল শ্ৰীযাদব চন্দ্ৰ দাস। প্ৰথমৰ পৰা কলেজৰ অধ্যক্ষ হৈ শ্ৰীসত্য নাথ দাসে তেওঁৰ নিষ্ঠা আৰু কৰ্ম্মনিপুণতাৰ গুণতে U. G. C ৰ পৰা অশেষ সাহায্য লাভ কৰিবলৈ সমৰ্থ হৈ এই কলেজখন অসমৰ ভিতৰত উজ্জ্বল কৰি গঢ়ি তোলে। এতিয়া আৰ্টচ, কমাৰ্চ আৰু বিজ্ঞান তিনিও শাখা স্থাপিত হৈ ই সম্পূৰ্ণাঙ্গ হৈ উঠিছে। এইদৰে সকলো সম্প্ৰদায়ৰ মাজত সমন্বয় সাধনৰ সম্প্ৰসাৰণ হৈ উজ্জ্বল শৈক্ষিক পৰিবেশ গঢ়ি উঠাৰ মূলতে হাউলী হাইস্কুলৰ অৱদান যে যথেষ্ট এই কথা আজি এয়া সোণালী উৎসৱৰ দিনত সকলোৱে উপলব্ধি কৰাৰ সময়। ✻

হাউলী হাইস্কুলৰ প্ৰাক্তন শিক্ষক আৰু হাউলী নৰ্ম্মাল স্কুলৰ প্ৰাক্তন প্ৰশিক্ষক শ্ৰীযাদব চন্দ্ৰ দাস নতুন হাউলীৰ গঢ় দিওঁতা সকলৰ ভিতৰত অগ্ৰণী। হাউলী হাইস্কুল, নৰ্ম্মাল স্কুল, বি, এইচ কলেজ প্ৰতিষ্ঠাত শ্ৰী দাসৰ অৰিহণা সৰ্ব্বদা স্মৰণযোগ্য। এখেত লিখক আৰু প্ৰকাশক ৰূপেও অসমীয়া সাহিত্য জগতত জনাজাত। বয়সে ঢলাব নোৱাৰা শ্ৰী দাস বৰ্ত্তমানেও অসমীয়া সমাজ আৰু সাহিত্য জগতৰ এজন আগশাৰীৰ বিশিষ্ট কৰ্মী।

# মোৰ জীৱনৰ স্মৃতি পটত হাউলী হাইস্কুল

ছাকিনা খাতুন

আজিৰ পৰা পঞ্চাশ বছৰ আগৰ সেই হাউলী বজাৰ আৰু আজিৰ এই হাউলী চহৰৰ মাজত বহু ব্যৱধান— যি ব্যৱধানৰ তুলনা কৰিবলৈ বহি মোৰ মন অতীতলৈ উৰা মাৰে। অতীতৰ সেই অস্পষ্ট চোতালত থিয় দিয়ো জীৱন সম্বন্ধে বহুত কথা ভাবিবলৈ বাধ্য হৈ পৰোঁ।

এই ক্ষুদ্ৰ জীৱনৰ আয়ুৰেখা কিমান দীঘল নাজানোঁ। কিন্তু পিছত এৰি অহা সুদীৰ্ঘ কালৰ ইতিহাসো কম নহয়। ক'ত জন্মিলোঁ, ক'ৰ হাওৱা পানীত উমলি-জামলি ডাঙৰ দীঘল হলোঁ ······কেনেকৈ শিক্ষা জীৱনৰ পাতনি মেলি ক'ত শেষ কৰিলোঁ······ক'ত কি যে ঘটনা প্ৰবাহ! এইখন অসম দেশ······সেউজী প্ৰকৃতিৰ লীলা-ভূমি। মোৰো জন্মভূমি। কিন্তু আমাৰ পূৰ্ব-পুৰুষ ইয়াৰ নাছিল। মানুহ মাত্ৰেই যে যাযাবৰ সেয়া পৰম সত্য কথা। কালস্ৰোতত ভাহি ভাহি কোনে ক'ত থিতাপি লয় কোনেও নাজানে। হয়তো তেনেদৰেই ভাহি ভাহি আমাৰ পৰিয়ালেও পূৰ্ববঙ্গৰ পৰা এদিন অসমলৈ গুচি আহিছিল। আইতাৰ মুখত বাস্তৱৰ সঁচা সাধু শুনিছিলোঁ— "এই দেশৰ প্ৰায় ভাগ ঠাই অটব্য অগম্য হাবি বনে ভৰা আছিল। কি যে ওখ ওখ নল-খাগৰী আদি বন। তাৰে মাজে মাজে ঠাই উলিয়াই মানুহে বসতি পাতিছিল। দুই চাৰিডাল নল-খাগৰী কাটি কাটি লুংলুঙীয়া বাট উলিয়াই মানুহে চলা ফিৰা কৰিছিল। দূৰত কৰবাত কিবা চাব খুজিলে ওখ গছৰ ওপৰত উঠিহে চাব লাগিছিল প্ৰথম প্ৰথম খেৰৰ ছাল বান্ধি, দুখন ছাল মেৰ লগাই কোনোৰকমে থকা ঠাই কৰি লৈছিল। ৰাতি হলে ভয়! চাৰিওফালে শব্দ··· বাঘৰ গোঁজৰণি······ হাতীৰ চিঞৰ বাখৰ······ মহৰ শিঙৰ ঝণঝণনি······ মানুহে ওৰে নিশা জুই ধৰি, টিন কোবাই পাৰ কৰিছিল। দিনতো নানা জীৱ-জন্তুৰ ভয়······সাপেই কত জাতৰ! তথাপিতো আমি জংগল কাটি ঠাই উলিয়াই বসতি সুন্দৰকৈ পাতি বহিছিলো। মাটি বৰ সাৰুৱা আছিল। এনেই ছটিয়াই থলেও শস্য নদন-বদন হৈ চকু জুৰ পেলাইছিল। লাহে লাহে মানুহৰ সমাগমত বন্য জীৱ-জন্তু আঁতৰি গৈছিল। মানুহে . ভৰপুৰ গাওঁখনেই ৰায়পুৰ নাম পালে।"

এই ৰায়পুৰ গাঁৱতে মোৰ জন্ম হৈছিল। আমি সৰু থাকোঁতেও মাজে মাজে হাবি বন আছিলেই। ৰাতি কেতিয়াবা বাঘো ওলোৱা মনত পৰে। এইবোৰ জীয়া বাস্তৱৰ সাধু··· পাহৰিব নোৱাৰা সাধু। তেনেই সৰুৰে পৰা মই কিতাপ পঢ়িবলৈ আৰম্ভ কৰিছিলোঁ। মা আৰু বাবাৰ ওচৰতে পঢ়িছিলোঁ। মা প্ৰাইমাৰী পাছ আছিল যদিও ঘৰতে এম, ই স্কুলৰ কিতাপ পঢ়ি পঢ়ি এম, ই পাছৰো জ্ঞান লাভ কৰিছিল। মাৰ বেলি আৰু এটা আচৰিত কথা আছিল, পূৰ্ববঙ্গত বঙালী ভাষাত শিক্ষা লাভ কৰা মা অসমলৈ আহি অসমীয়া ভাষা অলপ দিনতে আয়ত্ব কৰি লৈ আমাক শিকাব পাৰিছিল। তাৰোপৰি নামাজ, ৰোজা, কোৰাণ কিতাপ, হদিচ আদিতো মা আৰু আইতাৰ যথেষ্ট জ্ঞান আছিল। মনত পৰে আজিও, আমাৰ ঘৰত মাজে মাজে তিৰোতাৰ মজলিচ বহি, বিভিন্ন ধৰণৰ কিতাপ (কিচ্ছা) পঢ়া শুনিছিলো, তাত নানা আলোচনাও হৈছিল। এনেয়ে মা আৰু বাবাৰ বাহিৰা কিতাপ পঢ়াৰ নিচা আছিল। গতিকে কবলৈ গলে, আমাৰ ঘৰত সৰুৰে পৰাই শিক্ষাৰ এটা ধুনীয়া পৰিবেশ পাইছিলোঁ – যি পৰিবেশে অধ্যয়নৰত মন এটি গঢ়াত সহায় হৈছিল। সৰুৰে পৰাই মোৰ লেখা-পঢ়াৰ প্ৰতি বৰ আগ্ৰহ জন্মিছিল। বাবাই ৰাজনৈতিক, সামাজিক আদি কামত জৰিত থকাৰ বাবে মৰহুম ফকৰুদ্দিন আলী আহমদ চাহাবো আমাৰ ঘৰলৈ আহিছিল। প্ৰথম গাঁৱত টেক্সিমটৰ যোৱাত কি যে হুলস্থুল লাগিছিল। তেখেতক মই 'আংকল' বুলি মাতিছিলোঁ। মোক ছবিৰ কিতাপ, পুতুলা আদি দি পঢ়িবলৈ কৈছিল। সেই সৰুতেই মই শব্দ মিলাই কবিতাৰ দৰে গাব পাৰিছিলোঁ। আমাৰ ঘৰত এটা মজাৰ কথা আছিল যে সৰু সৰু ল'ৰা-ছোৱালী বিলাকৰ কোনে কিমান সোনকালে অসমীয়াত কথা কব পাৰোঁ। বাবাই মোৰ লগত অসমীয়াতে কথা পাতিছিল। ঘৰতে পঢ়ি পঢ়ি পিছত জয়পুৰ বালিকা স্কুলত ভৰ্ত্তি হৈছিলোঁ। ল'ৰাৰ স্কুল এখন হোৱাত, ছোৱালীকো শিক্ষা লাগে বুলিয়ে জয়পুৰ, ৰায়পুৰৰ ৰাইজ মিলি সেইখন বালিকা স্কুল পাতিছিল বাবাই স্কুল পতাত সদায় আগ-ভাগ লৈছিল। কিন্তু সেই সময়ত কোনো অভি-ভাৱকেই ছোৱালীক উচ্চ শিক্ষাৰ মানসেৰে স্কুলত দিয়া নাছিল। গতিকে প্ৰাইমাৰী পাছ কৰি মই অকলে হাউলী মাইনৰ স্কুলত ভৰ্ত্তি হৈছিলোঁ। মোৰ এতিয়াও এজনী ছোৱালীৰ কথা মনত পৰে, প্ৰাইমাৰীত মোৰ লগত বৃত্তি পৰীক্ষা দিব বুলি কিমান আশা কৰিছিল। কিন্তু অভিভাৱকে বিয়া দি দিছিল ইমান পঢ়িব নালাগে বুলি। মাইনৰ স্কুলত মই হিন্দু, মুছলমান কেইজনীমান ছোৱালীক লগ পাইছিলোঁ- ভাল লাগিছিল। আমাৰ মাজত বৰ মিলাপ্ৰীতি আছিল। বৰ্ত্তমান হাউলী এম, ভি স্কুলতে সৰ্ব্ব প্ৰথমতে ৺দীন নাথ চৌধুৰী ছাৰে এম, ইৰ ক্লাচো বহুৱাইছিল। ইয়াৰ উত্তৰ ফালে বাঁহনি এডৰা আছিল। সেই বাঁহৰ হাবিয়নি কিন্তু আজিও ৰৈ আছে। ৺লাবণ্য প্ৰভা দাস মোৰ সখী আছিল। আমাৰ বৰ মিলাপ্ৰীতি আছিল। তেওঁ আছিল এই হাউলী হাইস্কুলৰ সম্পাদক ৺কেশৱ চন্দ্ৰ দাস মহাজনৰ আদৰৰ ছোৱালী।

মই তেনেই গাঁৱৰ পৰা আহিছিলো যদিও একোতে

অসুবিধা পোৱা নাছিলোঁ। আমি পঞ্চম মান পাওঁতে মাইনৰ স্কুল হাইস্কুলৰ লগত চামিল হ'ল। সেয়া ১৯৪৩ ইং চনৰ কথা। আমি মাইনৰ স্কুলৰ পৰা হাইস্কুলত পঢ়ি থকা সময়ত প্ৰধান শিক্ষক ৰূপে পাইছিলোঁ ক্ৰমান্বয়ে সৰ্ব্বশ্ৰী বাসুদেৱ ভূঞা, গুৰুপ্ৰসাদ দাস, হৰেকৃষ্ণ দাস, বাসুদেৱ দাস, জয়কৃষ্ণ চৌধুৰী, গৌৰীকান্ত শৰ্ম্মা দেৱক। আৰু শিক্ষকৰূপে পাইছিলোঁ সৰ্ব্বশ্ৰী যাদৱ চন্দ্ৰ দাস, ধীৰেন্দ্ৰ নাথ পূজাৰী, দেৱান আব্দুল হামিদ, তাৰানাথ ভট্টাচাৰ্য্য, ৺দীননাথ চৌধুৰী, ৺নাৰায়ণ তালুকদাৰ, ৺বালিৰাম কাকতি প্ৰমুখ্যে ছাৰসকল। শিক্ষকসকল বৰ উৎসাহী হৈ হাইস্কুল পতাত লাগিছিল। শিক্ষানুষ্ঠান গঢ়াত হিন্দু, মুছলমান, অসমীয়া, বঙালী সকলো ৰাইজে আগবাঢ়ি আহিছিল। তেওঁলোকক লৈ আমি গৌৰৱ অনুভৱ কৰোঁ। শ্ৰীযাদৱ চন্দ্ৰ দাস ছাৰে আমাক অসমীয়া শিকাইছিল আৰু শ্ৰীধীৰেন্দ্ৰ নাথ পূজাৰী ছাৰে আমাক ইংৰাজী শিকাইছিল। এওঁলোক দুয়ো হাইস্কুল গঢ়া কামত অগ্ৰগণ্য আছিল। হাইস্কুললৈ পঢ়িবলৈ আহি নানা সমস্যাৰ সন্মুখীনো হব লগা হৈছিল। প্ৰথমতে থকাৰ সমস্যা। মানুহৰ ঘৰত থাকি পঢ়িছিলোঁ কিছুদিন। তাৰ পিছত হাইস্কুলৰ ওচৰতে বোর্ডিং ঘৰৰ দৰে ঘৰ এখনত আমি ককাই, ভাই, ভনীয়ে থাকি পঢ়িছিলোঁ। তাৰ পিছত আমাৰ ৰায়পুৰৰ ঘৰৰ পৰাই হাউলীলৈ খোজ কাঢ়ি পঢ়িবলৈ আহিছিলোঁ। দৈনিক আঠ মাইল বাট খোজ কাঢ়িব লগা হৈছিল। জয়পুৰৰ ল'ৰা কেইজনো হাইস্কুললৈ আহিছিল। আমি ভাই ভনীৰ দৰে একেলগে অহা যোৱা কৰিছিলোঁ। বাবাৰ মুখত এষাৰেই কথা আছিল "শিক্ষাইহে মানৱ জীৱনক শুদ্ধ ৰূপ দিব পাৰে, পঢ়িব লাগে।" এই কথা বাবাই কেৱল ঘৰত কৈছিল এনে নহয়, আত্মীয় সজন, বন্ধু-বান্ধৱ, গাওঁবাসী ৰাইজ সকলোকে বুজাবলৈ চেষ্টা কৰিছিল। শিক্ষানুষ্ঠান গঢ়ি, ল'ৰা-ছোৱালীক সমানে শিক্ষিত কৰি মুছলমান সমাজকো শিক্ষিত আৰু উন্নত কৰাৰ বাবে তেওঁ দেহে-কেহে খাটিছিল। আমাৰ শিক্ষাৰ অসুবিধাৰ বাবেই হাউলীত মাটি কিনি ঘৰ কৰিছিল। আমাৰ ঘৰত থাকি পিছত আমাৰ সম্বন্ধীয় ছোৱালীবিলাকৰ বহুতে হাউলী হাইস্কুলত পঢ়িবলৈ সুযোগ পাইছিল। কিন্তু হাইস্কুল শিক্ষান্ত পৰীক্ষালৈ ছোৱালী নাথাকিছিল। ময়ো নৱম মানৰ পৰা স্কুলত যাবলৈ বাদ দি ঘৰতে পঢ়ি প্ৰাইভেট পৰীক্ষা দি ১৯৪৯ ইং চনত মেট্ৰিক পাছ কৰি কলেজলৈ গৈছিলোঁ। সেয়ে ভাবোঁ, হাউলী হাইস্কুলেই মোৰ উচ্চ শিক্ষাৰ বাট মুকলি কৰি দিয়া শিক্ষানুষ্ঠান। সেই সময়ত এই অঞ্চলত ময়ে প্ৰথম মেট্ৰিক পাছ কৰা ছোৱালী বুলি সকলোৱে কয়। এই বাবে মুছলমান সমাজত শিক্ষাৰ এটা জাগৰণৰ সৃষ্টি হৈছিল। এনেকি ফকৰুদ্দিন আলী আহ্‌মদ চাহাবেও উপদেশ বাণীৰে চিঠি লিখি মোক উৎসাহ দিছিল। মনত পৰে তেতিয়াৰ কথা— সেই সীমিত সংখ্যক মানুহৰ পৰিয়াল······ ঘৰ-দুৱাৰৰ দৃশ্য। পথচাৰীৰ ভিৰ কাক কয় বুজা নগৈছিল। ৰাস্তাই ঘাটে মানুহৰ জুম বা এনেই ঘূৰি ফুৰা দৃশ্য চকুত নপৰিছিলেই। এই হাউলী হাইস্কুলক কেন্দ্ৰ কৰি এটা সময়ত সকলো শ্ৰেণী ৰাইজৰ সেই ঐক্যবদ্ধ প্ৰচেষ্টাৰ কথা ভাবিলে আজিও গৰ্ববোধ

হয়। স্কুলৰ পৰিচালনা সমিতিত কেবাজনো মুছলমান সভাপতি আৰু সম্পাদকে কাম চলাইছিল। তাৰ মাজত আমাৰ পিতা, দ্বাৰাজ আলী চৰকাৰো আছিল। চাৰিওফালে এটা বুজাবুজিত আৰু সামঞ্জস্যপূৰ্ণ পৰিৱেশত মানুহবিলাক শান্তিত আছিল।

এই সময়ত ইং ১৯৪৪ চনত সময়ে সময়ে হোৱা আন্দোলনৰ হুলস্থূলীয়া পৰিৱেশতো হাউলীত সাম্প্ৰদায়িক সম্প্ৰীতি ৰক্ষা হৈ অসমীয়া মাধ্যমত হাউলী হাইস্কুল স্থাপন হোৱাটো এটা ঐতিহাসিক গৌৰৱৰ কথা বুলি কব পাৰি। সেই বাবেই এই মিলনৰ পৰিৱেশত অতি সন্তুষ্ট হৈ লোকপ্ৰিয় ববদলৈ দেৱৰ শুভাগমন হোৱাত হাউলী অঞ্চলৰ প্ৰতি তেওঁৰ সুদৃষ্টি পৰিছিল।

আজি সকলো ফালেই ভিৰ বাঢ়িছে, কিন্তু লগে লগে সেই তাহানিৰ সীমিত, শান্ত, সুন্দৰ পৰিৱেশৰ ভালেখিনি অন্তৰ্দ্ধানো হৈছে। ভাবিবলৈ বাধ্য হওঁ— কি দিন কি হ'ল! কেনে হাউলী বজাৰ আজি কেনে সুন্দৰ ৰূপ লৈছে! পৰিবৰ্ত্তনৰ সোঁত ভাঙি মোৰ এই অতি প্ৰিয় অনুষ্ঠান, হাউলী হাইস্কুলখন, হাউলীবাসী ৰাইজৰ সং আশাৰ ফচল ৰূপে চিৰদিন উন্নত গতি পথেৰে উজ্জ্বল হৈ জিলিকি থাকক— তাকেই কামনা কৰোঁ। ❋

---

শ্ৰীমতী ছাকিনা খাতুন হাইস্কুলৰ প্ৰাক্তন ছাত্ৰী। বৰ্ত্তমান হাউলী ছোৱালী হাইস্কুলৰ শিক্ষয়িত্ৰী, তথা অসমীয়া সাহিত্য জগতত এগৰাকী সু-লিখিকা ৰূপে পৰিচিত।

# ঐতিহ্যপূৰ্ণ হাউলী হাইস্কুলৰ স্মৃতি

গৌৰীকান্ত শৰ্ম্মা

হাউলী অসমৰ দাপোণ স্বৰূপ। ন-পুৰণি জনগোষ্ঠীৰ হাউলী অঞ্চলৰ উচ্চ ইংৰাজী শিক্ষাৰ একমাত্ৰ অনুষ্ঠান হাউলী হাইস্কুলত মোৰ জীৱনৰ ভৰদুপৰত প্ৰায় এযুগ কাল ধৰি সেৱা আগবঢ়াবৰ বাবে পোৱা সুযোগ পৰম করুণাময়ৰ কৃপাশীষ বুলি শিৰত লৈছিলোঁ। সেৱাৰ ক্ষেত্ৰত স্কুলৰ পৰিচালক, অভিভাৱক, শিক্ষক-শিক্ষাৰ্থী আৰু শিক্ষাসেৱী ৰাইজৰ পৰা পোৱা অকুণ্ঠ সমৰ্থন আৰু সহায়ৰ বাবে মই নিজকে ভাগ্যৱান বুলি গণ্য কৰিছিলো। শিক্ষা সাধনা পথৰ সুস্থ ৰূপ এটি এই বিদ্যালয়খনিত প্ৰতিফলনৰ পৱিত্ৰ ব্ৰতত নিজৰ সেৱা আগবঢ়াবৰ মুক্ত সুবিধা পোৱাটো মোৰ ক্ষুদ্ৰাতিক্ষুদ্ৰ জীৱনৰ বৃহৎ ভাগ্য বুলি ধৰিছোঁ। মোৰ জীৱন মন্দিৰত এই পৱিত্ৰ অনুষ্ঠানটি সোণালী মণিকূট সদৃশ।

গুৱাহাটী সোণাৰাম হাইস্কুলৰ পৰা অব্যাহতি লৈ ১৯৪৪ ইং চনৰ প্ৰথম জুলাই তাৰিখে গ্ৰীষ্ম বন্ধ খুলিবৰ দিনা বুকুত প্ৰৱল আশা বান্ধি হাউলী হাইস্কুলত প্ৰধান শিক্ষক পদত যোগদান কৰিলোঁ। পৰিচালনা সমিতি, শিক্ষক আৰু স্থানীয় মুখিয়াল ব্যক্তিসকলৰ লগত পৰিচিত হৈ ক্ৰমে স্কুলৰ অৱস্থাৰ বুজ লবলৈ যত্ন কৰিলোঁ। মজলীয়া ইংৰাজী খাপ বিভাগীয় নিয়ন্ত্ৰণত থাকিলেও উচ্চ খাপৰ লগত একাত্মভাৱে চলি আছিল। ছাত্ৰৰ সংখ্যা তাকৰ আছিল আৰু বিভাগীয় দৃষ্টিত যোগ্যতা সম্পন্ন শিক্ষকৰ সংখ্যা বৰ কম আছিল। প্ৰায়বোৰ ছাত্ৰই অতিশয় অনিয়মীয়া আৰু পালমৰা বিধৰ যেন লাগিছিল। স্কুলৰ বাহ্যিক অবয়ব আৰু আৰ্থিক অৱস্থা শোচনীয় আছিল। প্ৰায় এবছৰ আগেয়ে বৰপেটাৰ বিশিষ্ট ব্যৱসায়ী ৺ৰামচৰণ মেধিৰ পৰা চৰ্ত্ত নিৰ্ভৰশীল দহ হাজাৰ টকাৰ প্ৰতিশ্ৰুতিৰ পিচৰ পৰাই ৰাইজৰ পৰা ধন সংগ্ৰহৰ চেষ্টা প্ৰায় ব্যাহত হৈ পৰিছিল। ছাত্ৰসকলৰ মাজত পৰিলক্ষিত হোৱা ধৰ্ম্ম আৰু ভাষাৰ বিভেদমূলক ব্যৱহাৰে মোৰ অন্তৰত আঘাট দিছিল! সেই সময়ৰ মুছলিম লীগৰ ৰাজনৈতিক প্ৰভাৱ এই অঞ্চলত দকৈ শিপাইছিল। লীগৰ আহ্বানত স্কুলৰ পাঠদান আৰু শৈক্ষিক পৰিস্থিতি প্ৰহসন যেন হৈ উঠিছিল। এতিয়া মূল সমস্যা হ'ল কি উপায়েৰে বিভিন্ন সম্প্ৰদায়ৰ ছাত্ৰ সকলৰ

মাজত একতা আৰু বিশ্বাস স্থাপন কৰি শিক্ষাৰ অনুকুল পৰিবেশ এটি সৃষ্টি কৰিব পৰা যায়।

এদিন পুৱাঁতি নিশা মই যেন বিবেকৰ বাণী শুনিছিলোঁ, সকলো ধৰ্ম্ম আৰু ভাষাৰ লোকে ইস্পিত কামৰ মঙ্গলৰ অৰ্থে পৰমেশ্বৰলৈ প্ৰাৰ্থনা জনোৱা এটি চিৰন্তন নীতি-নিয়ম। প্ৰতিদিনে স্কুলৰ আৰম্ভণিতে সমূহীয়া প্ৰাৰ্থনাৰ আয়োজন কৰিবলৈ নিজেকে যেন মোক কৈ গৈছিল। অইন লোকৰ বাবে অবিশ্বাস যেন হলেও মোৰ বাবে এয়া প্ৰকৃত ঘটনা যেন আছিল। শিক্ষক শিক্ষাৰ্থীসকলৰ সভাত সকলো কথা বিবৰি আলোচনা কৰি শেষত প্ৰতিদিনে স্কুলৰ আৰম্ভ-ণিতে প্ৰধান শিক্ষকৰ পৰিচালনাত সমূহীয়া প্ৰাৰ্থনাৰ সিদ্ধান্ত গ্ৰহণ কৰা হ'ল। কোৰাণমুৰ্ক্কীফ, উপনিষদৰ পৰা নিৰ্দ্দিষ্ট লোক আৰু 'অ মোৰ আপোনাৰ দেশ' সঙ্গীত ক্ৰমে প্ৰাৰ্থনাৰ ঘাই বিষয় বুলি নিৰ্ব্বাচিত কৰা হ'ল। প্ৰাৰ্থনাৰ অন্তত স্থানীয়, ৰাজ্যিক নাইবা ৰাষ্ট্ৰীয় পৰ্য্যায়ৰ বিশেষকৈ শৈক্ষিক বিষয়ৰ চমু আলোচনা আৰু প্ৰচাৰৰ প্ৰয়োজনীয়তা সম্পৰ্কেও শিক্ষক শিক্ষাৰ্থীৰ সভাত সিদ্ধান্ত গ্ৰহণ কৰা হ'ল। সম্ভৱত ১২ জুলাই তাৰিখে নিৰ্দ্দিষ্ট পদ্ধতি আৰু ক্ৰম অনুসৰি স্কুলৰ নিৰ্দ্দিষ্ট সময় সূচীৰ আধা ঘণ্টা মান আগেয়ে প্ৰাৰ্থনাৰ প্ৰৱৰ্ত্তন কৰা হৈছিল। সেই সময়ত ৰাজ্যৰ ভিতৰত নাইবা বাহিৰত স্কুল প্ৰাৰ্থনা সভাৰ প্ৰচলন থাকিলেও আমি সেই সম্পৰ্কে সম্পূৰ্ণ অজ্ঞ আছিলোঁ। কিন্তু আমি আমাৰ পৰিকল্পিত প্ৰাৰ্থনা মৌলিক, উদ্দেশ্যধৰ্মী, সম্প্ৰীতি সমন্বয় সূচক এক পৱিত্ৰ শৈক্ষিক কাৰ্য্যসূচী হিচাবে গ্ৰহণ কৰি নিষ্ঠা আৰু আন্তৰিকতাৰে অনুসৰণ কৰিছিলোঁ। ভগৱন্তৰ কৃপাত প্ৰাৰ্থনাই শীঘ্ৰে সুফল আনি দিলে। শিক্ষাৰ্থী আৰু লগতে শিক্ষক সকলেও স্বেচ্ছাৰে সু-শৃঙ্খল আৰু নিয়মীয়া হৈ উঠিল। ৰাস্তাৰে পাৰ হৈ যোৱা লোক সকলেও স্কুলৰ প্ৰাৰ্থনাৰ কাৰ্য্যসূচীলৈ ৰ লাগি চাই থকা দৃশ্যই প্ৰাৰ্থনাকাৰী সকলক অকল উৎসাহিত কৰাই নহয় কৰ্ত্তব্যমুখী কৰি তুলিব ধৰিলে। প্ৰাৰ্থনাৰ সময়ত ৰাজনৈতিক সমদল শোভাযাত্ৰা কাষেৰে পাৰ হৈ গলেও ছাত্ৰসকলে প্ৰাৰ্থনা পৰিত্যাগ কৰা নাছিল। ক্ৰমে ক্ৰমে শ্ৰেণীৰ পৰা ওলাই অহা প্ৰথাও প্ৰায় ৰহিত হ'ল। সম্ভাৱ আৰু বুজা বুজিৰ এক অভিন্নৰ পৰিবেশৰ সৃষ্টি হব ধৰিলে। স্কুলৰ ভাৱ মূৰ্ত্তি ভিতৰে বাহিৰে ক্ৰমে উজ্জ্বল হৈ উঠিল। চৰকাৰৰ ঘৰতো প্ৰকাশিত হ'ল।

প্ৰাৰ্থনাৰ সুফলে আন প্ৰয়োজনীয় শৈক্ষিক বিষয়ৰ কাৰ্য্যসূচী গ্ৰহণ আৰু ৰূপায়নত শিক্ষক শিক্ষাৰ্থীসকলক প্ৰকৃততে উৎসাহিত কৰি তুলিলে। স্কুলৰ উপযোগী বুলি চিন্তা কৰি এখনি উৎপাদন মুখী আঁচনি তৈয়াৰ কৰা হল আৰু ছাত্ৰ-শিক্ষকৰ সভাত সবিশেষ আলোচনা কৰি অতি আন্তৰিকতাৰে স্কুলৰ তালিকাভুক্ত বিশেষ বিষয় হিচাবে ৰূপায়ন কৰিবৰ ব্যৱস্থা লোৱা হ'ল। সেই সময়ত স্কুলৰ চৌহদৰ কোনো চিহ্ন নাছিল। চাৰিও পিনে খোলা। উক্ত আঁচনিৰ জৰিয়তে চৌহদ চিহ্নিত কৰি মাটিৰ ঢাপ তুলি নাৰিকল, কল, আম, লেচু, টেঙা আদি বিবিধ ফলৰ পুলি আৰু কলম ৰোৱা হ'ল। চাৰিওফালে বাঁহৰ বেৰ আৰু জপনা দিয়াৰ ফলত ফল-ফুলৰ পুলিবোৰ সংৰক্ষিত হৈ থাকিল আৰু লগে লগেই

স্কুল প্ৰাঙ্গনৰ মাজেৰে পথিকসকলে চমুৱাই যোৱাৰ বাবে অহা যোৱাৰ পথটো আপোনা আপুনি বন্ধ হৈ পৰিল। চৌহদৰ মাজৰ বন জংঘলৰ স্থানত ফল আৰু ফুলৰ বাগিচাৰ সৃষ্টি হ'ল। এই সকলোবোৰ কাম শিক্ষক সকলৰ সমূহীয়া পৰিচালনাত ছাত্ৰসকলৰ ব্যক্তিগত আৰু শ্ৰেণীগত দায়িত্বৰ ভিত্তিত সম্পাদন কৰা হৈছিল। সময়মতে ফলবোৰ ছাত্ৰ কৰ্ম্মী সকলক খাব দিয়া হৈছিল। কৃষি উৎপাদন আঁচনিৰ সহযোগী হিচাবে প্ৰৱৰ্ত্তন কৰা আন এখন আঁচনি আছিল "হস্ত শিল্প" কামৰ। এই আঁচনিৰ জৰিয়তে সকলো শ্ৰেণীলৈ বাঁহ-বেত, মাটি, কাঠ আৰু ছোৱালীৰ বাবে ফুলতোলা ছিলাই আৰু কপাহ ধুনা, নেওঠা আৰু শেষত সূতা কটা এইবোৰত কলা কৌশল অৰ্জনৰ বাবে এটি প্ৰচেষ্টা লোৱা হৈছিল। শিক্ষক সকলেই নিজ নিজ অভিজ্ঞতা আৰু পাৰদৰ্শিতাৰে এইবোৰ কাম পৰিচালনা কৰিছিল। শিক্ষাৰ্থী সকলেও আগ্ৰহ আৰু উৎসাহেৰে মনোনিবেশ কৰিছিল। নিৰ্দ্দিষ্ট পাঠদানৰ পিচতেই ৩৫ মিনিটৰ এটি অতিৰিক্ত পিৰিয়দ সন্নিবিষ্ট কৰি এই পিৰয়দটোৰ নাম "কৰ্ম্মা প্ৰেৰণা" বুলি কোৱা হৈছিল। সপ্তাহত একেৰাহে তিনিদিন উৎপাদন আৰু বাকী তিনিদিন হস্ত শিক্ষাৰ কামত নিয়োজিত হৈছিল। বিদ্যাৰ্থী-সকলে নিজ নিজ ঘৰৰ পৰাই আৱশ্যকীয় কেচাঁ সামগ্ৰী সংগ্ৰহ কৰিছিল। এই ক্ষেত্ৰতেই অতি প্ৰয়োজনীয় হৈ পৰা "স্কুল জলপান" (School Tiffin) আঁচনিখনো প্ৰৱৰ্ত্তন কৰা হ'ল। প্ৰতি বিদ্যাৰ্থীৰ পৰা নিৰ্দ্দিষ্ট অৰিহণা সংগ্ৰহ কৰি ঘাইকৈ জিবণিৰ সময়ত ছাত্ৰ সভাৰ পৰিচালনাত মুগ, বুট প্ৰসাদ বিতৰণৰ ব্যৱস্থা কৰা হ'ল। সময়ে সময়ে "কৰ্ম্ম প্ৰেৰণা" পিৰিয়দৰ আৰম্ভণিতে মাহ প্ৰসাদ নাইবা ফল-মূল বিতৰণৰো আয়োজন কৰা হৈছিল। প্ৰতি বিদ্যাৰ্থীৰ নিজ হাতৰ উৎকৃষ্ট চানেকিৰ প্ৰদৰ্শন আৰু তাৰ সংৰক্ষণৰ বাবে প্ৰধান শিক্ষকৰ কাৰ্য্যালয়ত স্কুল যাদুঘৰ (School Museum) সাধাৰণ ভাবে হলেও স্থাপন কৰা হৈছিল। উৎসাহ আৰু সোভাগ্যৰ বিষয় যে স্কুল পৰিচালনা সমিতি, শিক্ষক আৰু বিদ্যাৰ্থীসকলৰ আশাসুধীয়া উমৈহতীয়া প্ৰচেষ্টাৰ সুফল হিচাবে কৰ্ম্ম মুখৰ আদৰ্শ স্থানীয় শিক্ষাৰ অনুকুল বাতাবৰণ এটি সৃষ্টি হৈছিল।

স্কুল কমিটিয়ে ক্ৰমে এনে এটি উৎসাহজনক পৰিস্থিতিত আৰ্থিক দিশৰ প্ৰতি চকু দিয়া পৰিলক্ষিত হল। আগেয়ে কথা প্ৰসঙ্গত উল্লেখ কৰা হৈছিল যে বৰপেটাৰ বিশিষ্ট ব্যৱসায়ী ৰামচৰণ মেধিয়ে এবছৰমান আগেয়ে তিনিদফীয়া চৰ্ত্তত দহ হেজাৰ টকা দানৰ প্ৰতিশ্ৰুতি এটি আগবঢ়াইছিল। স্কুলৰ আৰ্থিক দুৰৱস্থাৰ শাম কটোৱাৰ উদ্দেশ্যে পৰিচালনা সমিতিৰ আহ্বানত প্ৰস্তাবিত দান গ্ৰহণ আনুষ্ঠানিক আৰু বিধি-সন্মত ভাবে সমাধান কৰিবলৈ ২৮ জুলাই তাৰিখে মহকুমাধিপতি শ্ৰীখনীন্দ্ৰ চন্দ্ৰ বৰুৱাৰ সভাপতিত্বত এখনি মুকলি ৰাজহুৱা সভা অনুষ্ঠিত হৈছিল। প্ৰথম চৰ্ত্ত স্কুলখনৰ নাম তেওঁৰ পিতৃৰ নাম অনুসৰি "গোবিন্দ ৰাম মেধি হাইস্কুল" আৰু দ্বিতীয় চৰ্ত্ত অনুসৰি স্কুল পৰিচালনাৰ দায়িত্ব ন্যাসৰক্ষী সমিতি (Trust Board)ৰ ওপৰত ন্যস্ত কৰিব লাগিছিল। সভাই বীনা প্ৰতিবাদে উক্ত দুয়োটা চৰ্ত্ত মানি লৈছিল।

কিন্তু ওয় চর্ত্ত গ্ৰহণৰ সময়ত উত্তেজনাপূৰ্ণ প্ৰতিবাদ উঠিছিল। এই চৰ্ত্তটো আছিল স্কুল শিক্ষাৰ মাধ্যম হব লাগিব অসমীয়া ভাষা। সভাত উপস্থিত থকা জাতীয় মুছলমান নেতা ৺ দাৰাজ আলী চৰকাৰ আদি কেবাজনো স্থানীয় নেতাৰ সবল ভাষণ আৰু বিশেষকৈ মহকুমাধিপতিৰ প্ৰবল হস্তক্ষেপৰ ফলশ্ৰুতিত চৰ্ত্তটো সভাত গৃহীত হ'ল। মহকুমাধিপতিক সভাপতি আৰু প্ৰধান শিক্ষকক সম্পাদক, লগতে দাতাৰ মনোনীত প্ৰাৰ্থী আৰু ৰাইজৰ প্ৰতিনিধিৰে নতুন পৰিচালনা সমিতি অৰ্থাৎ 'ন্যাস সমিতি' গঠিত হ'ল। সভাতেই ৺মেধিয়ে জৰুৰী অভাৱ পূৰণৰ বাবে দহদিন মানৰ ভিতৰত কিস্তি হিচাবে পাঁচ হাজাৰ মান আৰু বাকী ধন বিভাগীয় অনুমতি পোৱাৰ লগে লগেই যথা-ৰীতি আদায় দিয়াৰ মৌখিক সন্মতি দিছিল। অঞ্চল জুৰি এক আনন্দমুখৰ বাতাবৰণৰ সৃষ্টি হয়। পিচদিনাই স্কুলৰ নামফলি সলনি হৈ উঠিল।

কিন্তু ঘটনাই বেলেগ পাক চক্ৰ ললে। স্কুলৰ আৰ্থিক সঙ্কট নুগুছিল। দাতাই বিভাগৰ অনুমতি পোৱাৰ আগেয়ে টকা দিবলৈ আপত্তি কৰিলে। বিভাগৰ পৰাও শীঘ্ৰে অনুমতি পোৱাৰ ক্ষেত্ৰত কিবা আউল থকা বুলি গম পোৱা হ'ল। কেবাবাৰো ৺মেধিৰ ওচৰলৈ গৈ শূন্য হাতে উভতি আহিবলগীয়া হৈ থাকিল। আঢ্যবন্ত ব্যক্তি স্কুলৰ আগৰ সম্পাদক ৺কেশৱ চন্দ্ৰ দাস মহাজন প্ৰমুখ্যে স্কুলৰ প্ৰধান উদ্যোক্তা সকলে পৰিবৰ্ত্তিত অৱস্থাত স্বাভাৱিকতে উদাসীন হৈ পৰিছিল। মই সম্পাদকৰ পদৰ দায়িত্ব লৈ আৰ্থিক দুৰৱস্থাৰ মাজত পৰি অসহায় অনুভৱ কৰিব ধৰিলোঁ। স্কুলৰ নতুন সভাপতি বকৰাদেৱক লগ ধৰি সকলো কথা অৱগত কৰাতো একো ফল নধৰাত মোৰ অন্তৰত নতুন চিন্তাৰ উদয় হ'ল। ২৯ আগষ্টৰ দিনা দান গ্ৰহণ প্ৰস্তাৱ লোৱাৰ এমাহ পাৰ হোৱাত পঞ্চম আৰু শেষবাৰৰ বাবে ৺মেধিৰ ওচৰলৈ গৈ ব্যৰ্থ হৈ আহি লগে লগেই মহকুমা-ধিপতিক দেখা সাক্ষাৎ কৰি সকলো কথা পুনৰ জনাই মেধিৰ দানৰ ওপৰত নিৰ্ভৰ নকৰি হাউলী অঞ্চলৰ ৰাইজে স্কুলৰ দায়িত্ব লোৱাৰ অপৰিহাৰ্য্য প্ৰয়োজন বুলি মই মোৰ মত খোলাকৈ দাঙি ধৰিছিলোঁ। লগত সহকাৰী শিক্ষক মোৰ বিশ্বস্ত বন্ধু ৺দীন নাথ চৌধুৰীও আছিল। মহকুমাধিপতি বকৰাদেৱে মোৰ কথাত ক্ৰুদ্ধ হৈ মেধিৰ দানৰ ধনৰ অবিহনে হাউলী হাইস্কুল গঠন অসম্ভৱ বুলি সঁকিয়াই দিলে। "ৰাইজে পতা স্কুলৰ ৰাইজেই দায়িত্ব লব" বুলি কৈ বিদায় মাগিলো। উভতি আহোতে বাটত নীৰবতা ভঙ্গ কৰি ৺চৌধুৰীয়ে কৈছিল – 'সভাপতি সম্পাদকৰ অমিল হ'ল— স্কুলৰ বা কি হয় ?' মই দৃঢ়তাৰে উত্তৰ দিছিলোঁ— স্কুলৰ ভৱিষ্যত মঙ্গলময় হব পৰম মঙ্গলদায়কৰ কৃপাত।"

সিদিনা বোধহয় চেপ্তেম্বৰ মাহৰ সাত তাৰিখ আছিল। প্ৰায় দুহেজাৰমান হাউলী অঞ্চলৰ ৰাইজৰ উপস্থিতিত ৺চুফি ৰিয়াজুদ্দিন আহ্মেদৰ সভাপতিত্বত অনুষ্ঠিত বিৰাট ৰাজহুৱা সভাই স্কুলৰ অপ্ৰত্যাশিত শেহতীয়া পৰিস্থিতিৰ সম্যকভাৱে বুজ লৈ ২৮ জুলাই তাৰিখে ৰাজহুৱা সভাই মেধিৰ দান গ্ৰহণ কৰা প্ৰস্তাৱটো সৰ্ব্বসন্মতি ক্ৰমে উঠাই লৈ স্কুলৰ নাম 'হাউলী হাইস্কুল' ৰখাৰ চূড়ান্ত সিদ্ধান্ত ললে। আন এটি প্ৰস্তাৱ যোগে নতুন

পৰিচালনা সমিতি গঠন কৰা হ'ল। মই সম্পাদকৰ পদৰ পৰা অব্যাহতি পালোঁ। সভাতেই প্ৰায় সাত শ মান নগদ ধন সংগৃহীত হ'ল আৰু তিনি হাজাৰ মান টকাৰ প্ৰতিশ্ৰুতি পোৱা গ'ল। স্কুলৰ ঘটনা বহু ইতিহাসত এক নতুন অধ্যায়ৰ সূচনা হ'ল। স্কুলত প্ৰৱৰ্ত্তন কৰা "সমূহীয়া প্ৰাৰ্থনা," 'হস্ত শিল্প', "কৃষিৰ কাম" আদিয়ে চৰকাৰৰ শুভ দৃষ্টি আকৰ্ষণ কৰিলে। শিক্ষা বিভাগৰ সংসদী সচিব ৺মহেন্দ্ৰ মোহন চৌধুৰী দেৱে আকস্মিক ভাবে এদিন প্ৰাৰ্থনাৰ সময়ত উপস্থিত হৈ আমাৰ লগতে প্ৰাৰ্থনাত অংশ গ্ৰহণ কৰিলেহি। লগতে আন সকলো কাম পৰিদৰ্শন কৰি বহু মূল্যবান পৰামৰ্শ আৰু অশেষ উৎসাহ দি গ'ল। পোন্ধৰ চেপ্তেম্বৰ তাৰিখে চৌধুৰীদেৱে অসম চৰকাৰৰ গাওঁ উন্নয়ন বিভাগৰ সংসদী সচিব ৺বিমলা প্ৰসাদ চলিহা দেৱৰ সৈতে স্কুলত উপস্থিত হৈ সকলো কাম কাজ বিতং ভাবে পৰিদৰ্শন কৰিলেহি। তেখেতে উন্নত ধৰণৰ কিছু সাজ সৰঞ্জাম আৰু কপাহ কিনিবৰ বাবে দুশ পঞ্চাশ টকাৰ অনুদান এটি আগবঢ়োৱাৰ কথা তাতেই ঘোষণা কৰিছিল। এয়েই প্ৰথম চৰকাৰী অনুদান আছিল। কথাপ্ৰসঙ্গত চৌধুৰীদেৱৰ আগত গান্ধী জয়ন্তী পালনৰ প্ৰস্তাৱ দাঙি ধৰা হৈছিল আৰু তেখেতে আগ্ৰহেৰে সমৰ্থন জনাই 'প্ৰিমিয়াৰ' (Premier) ৺গোপীনাথ বৰদলৈক লৈ যোগদান কৰাৰ আশ্বাস দি গ'ল। বাহিৰৰ পৰা অহা সাম্প্ৰদায়িক প্ৰভাৱে স্কুলৰ ভাতৃত্বৰ বান্ধোন ছিঙিব পৰা নাছিল। দিন জোৱা গঠনমূলক কাৰ্য্যসূচীৰে স্কুলত ২ অক্টোবৰত গান্ধী জয়ন্তী পালনৰ সিদ্ধান্ত লোৱা হ'ল আৰু প্ৰধান মন্ত্ৰী (Premier) ৺গোপীনাথ বৰদলৈ দেৱক সিদিনাৰ ৰাজহুৱা সভাত সম্বৰ্দ্ধনা জনাবলৈ প্ৰস্তাৱ লোৱা হ'ল। বিশুদ্ধ মুগা কাপোৰত অসমৰ মান চিত্ৰৰ ভিতৰত হাউলীৰ ভৌগলিক স্থানত ৺বৰদলৈ দেৱৰ প্ৰতিচ্ছবি এটি অঙ্কন কৰি ছপা মানপত্ৰ এখনি সমগ্ৰ হাউলী অঞ্চলৰ ন-পুৰণি অধিবাসীৰ হকে হাইস্কুলৰ আৰবী শিক্ষক মৌঃ দেৱান আব্দুল হামিদক মান পত্ৰ পাঠ আৰু অৰ্পণৰ অধিকাৰ দিয়া হ'ল। সকলো আয়োজন নিখুঁত ভাবে শিক্ষক সকলৰ পৰিচালনাত সাজু হৈ উঠিছিল। শিল্পী, শিক্ষক শ্ৰীপৰেশ চন্দ্ৰ উজীৰৰ হতুৱাই মানপত্ৰ খনি অতি বিতোপন কৈ সজাই তোলা হৈছিল। হস্ত শিল্প প্ৰদৰ্শনীও পতা হৈছিল। আৰু হিন্দু মুছলমান ৰাইজৰ জন সমাবেশে এক অপূৰ্ব্ব ৰচনাত্মক মধুৰ মিলনৰ বাতাবৰণ সৃষ্টি কৰিছিল। এনে এটি মুহুৰ্ত্ততে প্ৰধান মন্ত্ৰী বৰদলৈ দেৱ, ৺মহেন্দ্ৰ মোহন চৌধুৰী প্ৰমুখ্যে কেবাজনো প্ৰসিদ্ধ নেতাসহ সভা মণ্ডপত উপস্থিত হ'লহি। সৰ্ব ধৰ্ম্মী গান্ধী প্ৰাৰ্থনাৰে সভা আৰম্ভ হ'ল আৰু মৌলবী হামিদে মানপত্ৰ খনি পাঠ কৰি বৰদলৈ দেৱৰ হাতত অৰ্পণ কৰিলে। গান্ধীবাদী নেতা বৰদলৈয়ে ভাৰতত সমন্বয় সাধনৰ বাবে আত্মোৎসৰ্গ কৰিছিল। মানপত্ৰৰ ওপৰত তেখেতে কৈছিল — "আজিৰ পৱিত্ৰ সন্ধিয়া অকল মোৰ জীৱনৰ বাবেই নহয় সমগ্ৰ দেশৰ বাবেই অমৰ মুহূৰ্ত্ত। যি সময়ত চুবুৰীয়া বঙ্গদেশত হিন্দু মুছলমানৰ সংঘৰ্ষত আনকি কলিকতাৰ দৰে মহানগৰীত তেজৰ নৈ বৈ গৈছে ঠিক সেই সময়ত অসমৰ এই হাউলী অঞ্চলত হিন্দু মুছলমান ধৰ্ম্মৰ লোকসকলে ভাই ককাইৰ দৰে মিলাপ্ৰীতিৰে বসবাস কৰি এই স্থানৰ উন্নয়নত আত্ম

নিয়োগ কৰিছে। ধন্য এই স্থান আৰু লগতে ময়ো ধন্য হৈছোঁ এনেহেন মিলন ক্ষেত্ৰ থকা ৰাজ্যৰ প্ৰধান সেৱক ( মন্ত্ৰী ) হবলৈ পাই।” সভাতে তেখেতে স্কুলখনি Academic High School লৈ ৰূপান্তৰিত কৰাৰ কথাও ঘোষণা কৰিলে। ২০ অক্টোবৰ তাৰিখে প্ৰধান মন্ত্ৰীৰ সচিবালয়ৰ পৰা হাউলী হাইস্কুলৰ যুদ্ধোত্তৰ পুনৰ নিৰ্ম্মাণ আঁচনিৰ অধীনত একাডেমিক হাইস্কুললৈ উন্নীত কৰাৰ হুকুম পত্ৰ পালোঁ। ২১ তাৰিখে দুপৰীয়া সেই সময়ৰ গড়কাপ্তানী ( P. W. D ) বিভাগৰ মন্ত্ৰীৰ বেভাৰেণ্ড্ জে. এম নিকোলাছ ৰয় ( Rev. J. M. Nicholas Ray ) স্কুলত হঠাৎ উপস্থিত হৈ স্কুলৰ মাটি-ঘৰ পৰিদৰ্শন কৰি অভাৱ অভিযোগৰ বিষয়ে ভু-ভা ললেহি। তেখেতে স্কুলৰ উন্নয়ন কাৰ্য্যৰ বাবে যথেষ্ট পৰিমাণৰ মাটিৰ শীঘ্ৰে প্ৰয়োজন হব বুলি জানিব দিছিল। আমিও শিক্ষকসকলৰ পক্ষৰ পৰা আৱশ্যকীয় পৰিমাণৰ মাটি পোৱাৰ প্ৰতিশ্ৰুতি দিছিলোঁ। চৰকাৰৰ পৰা এখনি অতি জৰুৰি চিঠি আহি পালে। চিঠিৰ প্ৰথম বিষয় আছিল সম্প্ৰতি গৃহ নিৰ্ম্মাণ আৰু আনুসাঙ্গিক উন্নয়নমূলক আঁচনিৰ বাবে অন্ততঃ পঞ্চাশ বিঘা স্কুলৰ লগত উপযোগী মাটিৰ প্ৰয়োজনীয়তা আৰু দ্বিতীয় বিষয় অনুসৰি স্কুলত প্ৰৱৰ্ত্তন কৰিব পৰা দুটা বৃত্তি বিষয়ৰ (Vocational Subjects) নিৰ্ব্বাচন। লৰালৰিকৈ স্কুলৰ সমিতি আহ্বান কৰি আৱশ্যকীয় পৰিমাণৰ মাটি দিয়াৰ প্ৰতিশ্ৰুতি আৰু বিষয় হিচাবে বোৱাকটা ( Weaving ) আৰু ৰেচম শিল্প (Sericulture) বাচনি কৰি পঠোৱা হ'ল। সেই সময়ত স্কুলৰ নামত থকা মাটিৰ পৰিমাণ চাৰি বিঘা মানহে আছিল। ৰাজহ বিষয়া শ্ৰীজিতেন দাস স্থানীয় ৰাজহ বিভাগৰ কৰ্ম্মী সকলৰ সক্ৰীয় আৰু বিশেষকৈ পট্টাদাৰ সকলে দেখুওৱা ত্যাগৰ মনোভাৱৰ বলতেই মাটিৰ নিচিনা জটিল সমস্যা এটিৰ অতি সহজে আৰু শীঘ্ৰে সমাধান হৈ গ'ল। ১৯৪৫ চনৰ শেষৰ পিনে জৰুৰী গতিত স্কুলত গৃহ নিৰ্ম্মাণ কাম আৰম্ভ হৈছিল। পুৰণি ঘৰটোৰ কাষত নতুন ধুনীয়া স্কুল ঘৰ নিৰ্মিত হৈ উঠিল। জনা গৈছিল পিচত পুৰণি ঘৰটো ভাঙি সেই স্থানত নতুন গৃহ নিৰ্ম্মাণৰ ব্যৱস্থা কৰা হব। দৈব দুৰ্বিপাকত কিন্তু এই কাম হৈ নুঠিল। চৰকাৰী ৰাস্তাটোৰ পূব পাৰে থকা অসমীয়া মজলীয়া বিদ্যালয়খনি স্থানান্তৰৰ আঁচনি লৈ সেই স্থানত বোৱা-কটা হল ( Weaving Hall ), মাজত ৰেছম গৃহ ( Sericulture room ), পূব সীমাত সভাগৃহ ( General Assembly House ), এশজন বিদ্যাৰ্থীৰ বাবে ছাত্ৰাবাস, ছেনিটাৰী পায়খানা আৰু শিক্ষকৰ আবাস গৃহ নিৰ্ম্মাণ আদিৰ কাম বিভাগীয় তত্বাৱধানত চমকপ্ৰদ ভাবে আগবঢ়া দেখা গ'ল।

শিক্ষাৰ্থীসকলৰ শাৰীৰিক, বৌদ্ধিক, সামাজিক, আবেগিক আৰু আধ্যাত্মিক বিষয় উন্নয়নৰ ভাবসাম্য সাধনৰ বাবে আগৰ আঁচনিৰ উপৰিও নতুনকৈ আৰু কেবাখনো আঁচনি প্ৰৱৰ্ত্তন কৰা হ'ল। সেই আঁচনিবোৰৰ ভিতৰত (১) স্কুল বুলেটিন বোৰ্ড (School Bulletin Board) (২) প্ৰতি শ্ৰেণীৰ উপযোগীকৈ গ্ৰন্থালয় ( Class room Library ) স্থাপন, (৩) আত্ম নিয়োগ পদ্ধতি ( Recreation Class )

(৪) বিদ্যামন্দিৰ চাফাই আৰু (৫) প্ৰতি শুক্ৰবাৰে এঘণ্টীয়া গাওঁ সেৱাৰ কাম বিশেষ ভাবে উল্লেখযোগ্য বুলি ভাবোঁ। স্কুলত প্ৰৱৰ্ত্তিত শিক্ষা-মূলক আঁচনিবোৰ ৰূপায়নৰ প্ৰচেষ্টা আৰু ইয়াৰ পৰা লাভ কৰা অভিজ্ঞতাৰাজি শিক্ষা বিষয়ৰ এক অমূল্য সম্পদ বুলি মই জ্ঞান কৰোঁ। এই ক্ষেত্ৰত বিস্তৃত আলোচনা আৰু গৱেষণাৰ নিশ্চয় প্ৰয়োজন আছে। যোগ্যজনে মনোনিবেশ কৰিলে নতুন সমল পাব পাৰে। ইং ১৯৪৬ চনতেই ছাত্ৰ শিক্ষক সকলে মৈৰামাৰা গাওঁত পোৱা গাওঁ সেৱাৰ আঁচনি' আৰু এই গাওঁৰ পৰা স্কুলৰ কাষৰ চৰকাৰী পথলৈ সজোৱা "ছাত্ৰ পথ" আজিৰ সময়ত কিম্বদন্তী যেন লাগিলেও সেই সময়ৰ আন এটি জলন্ত সাখী বুলি কব পৰা যায়।

"হাউলী হাইস্কুল নতুন শিক্ষা পদ্ধতিৰ এক সফল পৰীক্ষাগৃহ" বুলি সেই সময়ৰ শিক্ষা-ধিকাৰ ৮ দিবাকৰ গোস্বামী প্ৰভুৱে মন্তব্য দিছিল। স্কুল পৰিদৰ্শক শ্ৰীসুৰেশ চন্দ্ৰ ৰাজখোৱা দেৱেও স্কুলত প্ৰৱৰ্ত্তন কৰা বিভিন্ন আঁচনি পৰিদৰ্শন কৰি সন্তোষ প্ৰকাশ কৰিছিল। শিক্ষাধিকাৰ গোস্বামী প্ৰভুৱে সমূহীয়া প্ৰাৰ্থনা আৰু সমাজ সেৱা আঁচনিৰ কাম ৰাজ্যৰ বাবেই অনুকৰণীয় বুলি লিখিত মন্তব্য পঠিয়াইছিল। ইয়াৰ ভিতৰতে মোক চৰকাৰে দিল্লীৰ সুবিখ্যাত জমিয়া মিলিয়া ইছলামীয়া বিশ্ববিদ্যালয়ত বুনিয়াদী প্ৰশিক্ষণৰ বাবে নিৰ্ব্বাচিত কৰিলে। ডাঃ জাকিৰ হুছেইন আছিল এই বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য। প্ৰশিক্ষণ কালত বাহিৰত দেখা বুনিয়াদী শিক্ষাৰ কেন্দ্ৰ বোৰ চাই মই নিশ্চিত ভাবে পতিয়ন গৈছিলোঁ যে হাউলীত আমি যি কৰিব ধৰিছো শুদ্ধই কৰিছোঁ।

বুনিয়াদী প্ৰশিক্ষণৰ অন্তত স্কুলত প্ৰধান শিক্ষক হিচাৰে আকৌ যোগদান কৰিলোঁ। শ্ৰীপৱন চন্দ্ৰ শৰ্ম্মাক সহকাৰী প্ৰধান শিক্ষক হিচাবে পাই আশ্বস্ত আৰু উপকৃত হৈছিলোঁ। তেতিয়া একাডেমিক হাইস্কুল আঁচনিৰ কথা সম্পূৰ্ণ ভাবে নহলেও আংশিক ভাবে জানিব পৰা হৈছিল। স্কুলত প্ৰথম শ্ৰেণী (বৰ্গ)ৰ পৰা একাদশ শ্ৰেণীলৈ থাকিব আৰু সাহায্যপ্ৰাপ্ত হাইস্কুলখনি পৰ্য্যায় ক্ৰমে চৰকাৰৰ অধীনত একাডেমীক হাইস্কুললৈ উন্নীত হৈ উঠিব। স্কুলত বোৱা-কটা আৰু ৰেছম শিল্প বৃত্তি বিষয় ( Vocational Subjects ) হিচাবে প্ৰৱৰ্ত্তিত হব। অনুষ্ঠানটোৰ পৰিচালনাৰ দায়িত্ব ঘাইকৈ বুনিয়াদী বিভাগৰ হাতত অৰ্পিত হৈছিল। সেই সময়ৰ বুনিয়াদী শিক্ষা বিভাগৰ অবৈতনিক উপদেষ্টা ( Hony Adviser ) শ্ৰীমতী অমলপ্ৰভা দাস বাইদেৱে হাউলীলৈ আহি পৰিদৰ্শন আৰু পৰিচালনাৰ কাম আৰম্ভ কৰিলে। মোক একা-ডেমিক হাইস্কুলৰ অধ্যক্ষ হিচাবে চৰকাৰে নিয়োগ কৰিলে আৰু সেই বছৰতে প্ৰথম বৰ্গ খুলিবলৈ নিৰ্দেশ দিলে। মই স্কুলতেই ৰাতিপুৱা ৩০ জন শিক্ষকলৈ প্ৰথম বৰ্গ আৰম্ভ কৰিলোঁ। লগতে সাহায্যপ্ৰাপ্ত হাইস্কুলখনিৰো প্ৰধান শিক্ষকৰ দায়িত্বত ৰলো। কেবাতৰপীয়া নিয়ন্ত্ৰণৰ অধীনত কামত ধৰিলোঁ। অস্পষ্টতাৰ মাজত অসহায় যেন অনুভৱ নকৰাকৈ থকা নাছিলোঁ।

স্কুলৰ জীৱনত পোন প্ৰথম বাৰৰ বাবে ৰাজিক পৰ্য্যায়ৰ সন্মিলন আৰু প্ৰদৰ্শনী এখনি

৪৮-৪৯ চনত অনুষ্ঠিত হৈছিল। ৰাজ্যৰ প্ৰাথমিক শিক্ষা সচিব শ্ৰীপ্ৰভাত চন্দ্ৰ শৰ্ম্মাদেৱৰ নিৰ্ব্বাচন অনুসৰি হাউলীত সদৌ অসম প্ৰাথমিক শিক্ষা সন্মিলন আৰু প্ৰদৰ্শনী এখনি হাউলী হাইস্কুলত তিনিদিনীয়া কাৰ্য্যসূচীৰে মহা পয়োভৰেৰে আৰু সফলতাৰে সমাধা হোৱা ঘটনা এক স্মৰণীয় অধ্যায়। ৰাজ্যপাল মাননীয় ৺জয়ৰাম দাস দৌলতৰামে অনুষ্ঠান উদ্বোধন কৰিছিল। শিক্ষা-মন্ত্ৰী মাননীয় ৺অমিয় কুমাৰ দাস দেৱ সন্মিলনৰ সভাপতি আছিল। তেখেতৰ লগতে অসমৰ কেবা গৰাকী মন্ত্ৰী বিশেষকৈ মাননীয় ৺মতিৰাম বৰা ৺মহেন্দ্ৰ মোহন চৌধুৰীদেৱে অশেষ কষ্ট স্বীকাৰ কৰি অভ্যৰ্থনা সমিতিক সকলো প্ৰকাৰে দিহা পৰামৰ্শ আগবঢ়াইছিল। বিশিষ্ট সমাজসেৱক ৺বিশ্বনাথ দাস, বৰপেটাৰ স্কুল সমূহৰ উপ-পৰিদৰ্শক ৺মহেন্দ্ৰ নাথ গোঁহাই আৰু হাইস্কুলৰ প্ৰধান শিক্ষক অভৰ্থনা সমিতিৰ ক্ৰমে সভাপতি সম্পাদক আৰু প্ৰদৰ্শনীৰ মূল দায়িত্বত আছিল। ৰাজ্যিক পৰ্য্যায়ৰ এনে অনুষ্ঠানৰ সফলতাই হাউলী হাইস্কুলৰ লগতে গোটেই অঞ্চলটোৰ ৰাইজৰ সমাজ সচেতনা আৰু সংগঠন শক্তিৰ পৰিচয় দাঙি ধৰিছিল।

ইতিমধ্যে দেশত ব্যয় সঙ্কোচ ঘটিল আৰু অসমত একাডেমিক হাইস্কুল শিক্ষা আঁচনি সিমানতেই উঠি গ'ল। তেতিয়ালৈ নিৰ্মিত হোৱা গৃহবোৰ শিক্ষাৰ উদ্দেশ্যে ব্যৱহাৰৰ পৰামৰ্শ পোৱা হ'ল। স্কুলত নৱ নিৰ্মিত ছাত্ৰাবাসৰ সুবিধা থকাত হাউলী অঞ্চলৰ উপৰিও বজালী, বৰপেটা আদি অঞ্চলৰ বিদ্যাৰ্থীসকল ছাত্ৰাবাসত থাকি হাইস্কুলত পঢ়িছিল। নতুনকৈ সজা ধুনীয়া ঘৰবোৰত স্কুলৰ কাম নিয়ামিক চলিব ধৰিলে। বিদ্যাৰ্থীৰ সংখ্যা আশাতীত বৃদ্ধি পালে। কেবাজনো নতুন শিক্ষক নিয়োজিত হ'ল।

অসমৰ ৰাজ্যপাল মাননীয় ৺শ্ৰীপ্ৰকাশ দেৱৰ হাউলীত পদাৰ্পণৰ কথাও বিশেষ স্মৰণীয় ঘটনা। সাম্প্ৰদায়িক অশান্তিত দুৰ্দশাগ্ৰস্ত অঞ্চল পৰিভ্ৰমণ কৰি তেখেতে মন্ত্ৰী ৺মহেন্দ্ৰ মোহন চৌধুৰী দেৱৰ সৈতে হাউলী হাইস্কুলত উপস্থিত হৈছিল। তেখেতৰ সন্মানাৰ্থে নতুনকৈ সজা স্কুল হলত এখনি ৰাজহুৱা সম্বৰ্দ্ধনা সভাৰ আয়োজন কৰা হৈছিল। স্কুলৰ পৰা তেখেতলৈ যথোচিত সম্বৰ্দ্ধনা জনোৱা হ'ল। উত্তৰত তেখেতে হাউলীৰ ৰাইজ আৰু স্কুলৰ কামৰ প্ৰশংসা কৰি স্কুলৰ প্ৰধান শিক্ষক হিচাবে মোলৈ পাঁচশ টকাৰ পুৰস্কাৰ এটি ঘোষণা কৰাত মই অনুপ্ৰাণিত হৈ উঠিছিলোঁ। মঞ্জুৰৰ ধন চেক্ যোগে মোৰ হাতত পৰিছিল আৰু মই এই ধন স্কুলৰ প্ৰাপ্য বুলি বিবেচনা কৰি লগে লগেই পৰিচালনা সমিতিৰ সম্পাদকৰ হাতত অৰ্পণ কৰিছিল।

চৰকাৰৰ নিৰ্দ্দেশ অনুসৰি বুনিয়াদী বিভাগৰ সূৰৱৰী ৺ৰাজ কুমাৰ সুৰেশ্বৰ গোহাঁই দেৱে হাউলীলৈ আহি শিক্ষক আৰু নেতৃস্থানীয় ব্যক্তি-সকলৰ লগত আলোচনা কৰি নতুনকৈ সজা ঘৰবোৰ হাইস্কুল, প্ৰস্তাৱিত নৰ্ম্মাল স্কুল আৰু মজলীয়া স্কুলৰ মাজত ভগাই দিলে। চৰকাৰী ৰাস্তাৰ পূৱপিনে থকা ঘৰবোৰত নৰ্ম্মাল স্কুল আৰম্ভ কৰা হ'ল। মন্ত্ৰী চৌধুৰীদেৱৰ পৰামৰ্শ অনুসৰিয়েই হাউলী নৰ্ম্মাল স্কুল প্ৰতিষ্ঠিত হ'ল। বৰপেটাৰ কৃতী শিক্ষক শ্ৰীঅচ্যুতানন্দ দাসে নৰ্ম্মাল স্কুলৰ প্ৰথম অধ্যক্ষ হিচাবে যোগদান কৰিলে।

তেজপুৰ বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰৰো অধীক্ষক আছিল। তেখেতৰ লগত আৱস্থানৰ পৰা হাইস্কুলৰ সহকাৰী প্ৰধান শিক্ষক শ্ৰীপৰেশ চন্দ্ৰ উজীৰ আৰু মযো স্থায়ী শিক্ষকৰ নিযুক্তি নোহোৱালৈ ক্ৰমে বিজ্ঞান আৰু অসমীয়া বিভাগত পাঠদান কৰিছিলোঁ। একাডেমিক হাইস্কুলৰ ঠাইত নৰ্মাল স্কুলৰ সৃষ্টি হ'ল। নতুন পৰিবেশ আহিল।

হাউলী হাইস্কুলত শিক্ষাৰ্থীৰ জ্ঞান বৃদ্ধিৰ বাবে প্ৰতিষ্ঠা, দিৱস পালনকে ধৰি বিভিন্ন অনুষ্ঠান সভা সমিতি নিয়মীয়াকৈ পতা হৈছিল। পোন প্ৰথম বাৰৰ বাবে ১৯৫৪ ইং চনৰ ৪ / ৫ মাৰ্চত শিক্ষাৰ্থীৰ অন্তৰত ব্যাপক অধ্যয়ন বসৰ সৃষ্টিৰ বাবে 'স্কুল পুস্তক প্ৰদৰ্শনী" এখনি সফলতাৰে আয়োজন কৰাৰ কথা বিশেষ ভাবে উল্লেখযোগ্য। "পুস্তক প্ৰদৰ্শনী" উদ্বোধন কৰি তেতিয়াৰ ৰাজ্যিক প্ৰাথমিক বিভাগৰ শিক্ষা সচিব মাননীয় শ্ৰীউমাকান্ত শৰ্মাই এনে প্ৰচেষ্টা ৰাজ্যৰ ভিতৰত প্ৰথম বুলি শলাগিছিল। হঠাতে মন্ত্ৰী চৌধুৰী দেৱৰ নিৰ্দ্দেশত মোৰ জীৱনলৈ পৰিবৰ্ত্তন আহিল। বিধাতাৰ ইচ্ছাত মই হাউলী এৰিব লগা হ'ল। ১৯৫৪ চনৰ ৩১ আগষ্টত নতুন কামত যোগদান কৰিলোঁ। হাউলী হাইস্কুলত থকা কালত কি কৰিছিলোঁ সেয়া হাউলী ৰাইজৰ বিচাৰৰ বিষয়। হাউলী হাইস্কুলখন কিন্তু মোৰ বাবে অতি মৰমৰ অনুষ্ঠান। সোণালী জয়ন্তীৰ শুভক্ষণত মই এই অনুষ্ঠানৰ সৰ্ব্বাঙ্গীন উন্নতি কামনা কৰি শিক্ষক, ছাত্ৰ-ছাত্ৰী তথা ৰাইজলৈ আন্তৰিক শুভেচ্ছা জনালোঁ। ※

---

শ্ৰীযুত গৌৰীকান্ত শৰ্মা হাউলী হাইস্কুলৰ প্ৰাক্তন সুদক্ষ প্ৰধান শিক্ষক। এখেতৰ যত্নৰ ফলতে নানা দুৰ্য্যোগৰ মাজতো হাউলী হাইস্কুলে নৱৰূপ লাভ কৰিবলৈ সমৰ্থ হৈছিল। হাউলী অঞ্চলৰ শৈক্ষিকআৰু সামাজিক জীৱনত শ্ৰী শৰ্মাৰ অৱদান যথেষ্ট। শ্ৰী শৰ্মাদেৱ এজন মুক্তিযুঁজাৰুও।

# স্মৃতি সোঁৱৰণ

সত্যনাথ দাস

মৌটুপুৰী গাৱঁৰ প্ৰাথমিক বিদ্যালয়ৰ শিক্ষা শেষ কৰি, আজি প্ৰায় চাৰে চাৰি দশক কাল আগতে উচ্চ শিক্ষা লাভ কৰাৰ উদ্দেশ্যে হাউলী হাইস্কুলত নাম ভৰ্ত্তি কৰোঁ। গাৱঁৰ পৰা স্কুললৈ দূৰত্ব প্ৰায় ৪ কিঃ মিঃ; সদায় খোজ কাঢ়ি অহা যোৱা কৰোঁ। বৰ্ত্তমান ৰাষ্ট্ৰীয় পথ ( N. H. 31 ) সৌ সিদিনাহে নিৰ্মিত। সেই ৰাস্তাৰ অৱস্থা তেনেই বেয়া। মটৰ গাড়ী দুই চাৰিখন চলে। বেঁচা শিল পাৰি দিয়া ৰাস্তা, দুয়ো কাষে জঙ্গল। মটৰ গাড়ী এখন পাৰ হৈ গলে আধা ঘণ্টা মান ধূলিৰে ধূৱলি-কুঁৱলি হৈ থাকে। ক্ৰমে অৱশ্যে যান-বাহনৰ চলাচল বৃদ্ধি পায়। আজি এই ৰাস্তা সম্ভৱতঃ অসমৰ আটাইতকৈ বেছি ব্যস্ত ৰাস্তা সমূহৰ এটা। প্ৰতি মিনিটত গঢ়ে হেনো ৫ / ৬ খন মটৰ গাড়ী চলাচল কৰে। সম্পূৰ্ণ অঠোটা বছৰ ( ক্লাচ III ৰ পৰা ক্লাচ X পৰ্য্যন্ত ) এই পথেৰে অহা যোৱা কৰি হাইস্কুলীয়া জীৱন অতিবাহিত কৰোঁ।

হাউলী বজাৰ আজি নগৰ হ'ল। জনসংখ্যা বৃদ্ধি, ৰাস্তাঘাট, ঘৰ-দুৱাৰ, স্কুল-কলেজ ব্যৱসায়-বাণিজ্য আৰু বিশেষকৈ পৰিবহন ব্যৱস্থাৰ দ্ৰুত উন্নয়নে হাউলী বৰপেটা জিলাৰে নহয় বহিঃ জগতৰ লগত অসমৰ সংযোগ স্থাপনৰ দিশত প্ৰাণকেন্দ্ৰ হৈ উঠিছে। সেই সময়ত হাউলী চ'কত আছিল ৪ / ৫ খন মান চাহ দোকান সৰু সৰু কিছুমান ঘৰ। আজিৰ U. Co. Bank থকা ঠাইত অৱস্থিত দেছুৱালী বুঢ়াজনৰ দোকানৰ পৰা এক অনাৰ মুড়ি বা বাদাম কিনি বাটে বাটে খাই যোৱা বা জগন্নাথ চাহ দোকানীৰ দুই অনাতে দিয়া চাহ আৰু গজাৰ সোৱাদ আজিও মনত পৰে। চাহ খোৱাৰ পিচত তামোল পান বিনা পইচাতে যোগান ধৰা হৈছিল। আৰু আজি এখন তামোলৰ দাম ২৫ পইচা।

আমি নাম ভৰ্ত্তি কৰাৰ সময়ত হাউলী হাইস্কুলৰ ভৱন আছিল 'L' আকৃতিৰ নিচিনা একেটাই ( বৰ্ত্তমান যিটো পুৰণি ভৱন বুলি জনাজাত ) নতুন ভৱনৰ কাম ১৯৪৮ চনতহে আৰম্ভ হয়। ১৯৫০ চনৰ পৰাহে নতুন ভৱনত আমি পাঠ গ্ৰহণৰ সুবিধা পাওঁ। প্ৰধান শিক্ষকৰ কোঠা আৰু শিক্ষকসকলৰ জিৰণি কোঠা আছিল

একেটাই । বৰ্ত্তমান পুৰণি ভৱনৰ একেবাৰে পুৱ মৰৰ কোঠাটো। সম্প্ৰতি হাইস্কুল ভৱনৰ ভালেখিনি সম্প্ৰসাৰণ হৈছে ।

সেই সময়ত প্ৰধান শিক্ষক হিচাবে পাও বজালীৰ মুগুৰীয়া নিবাসী শ্ৰদ্ধেয় শ্ৰীযুত গৌৰীকান্ত শৰ্মা আৰু সহকাৰী শিক্ষক হিচাবে পাও দলাগাওঁৰ ৺দীননাথ চৌধুৰী দেৱান আব্দুল হামিদ ( আমাক আৰবী শিকাইছিল ), জলজলী গাওঁৰ ৺বালিৰাম কাকতি, কৰ্দ্দৈগুৰি নিবাসী শ্ৰীযুত পৰেশ চন্দ্ৰ উজীৰ, হাউলী বজাৰৰ শ্ৰীযুত যাদৱ চন্দ্ৰ দাস আৰু শ্ৰীধীৰেন্দ্ৰ নাথ পূজাৰী, বৰপেটাৰ ৺ৰাজেন্দ্ৰ নাথ ভূঞা আৰু ৺প্ৰাণগোপাল নাথ, বনগাওঁৰ ৺জীৱন চন্দ্ৰ ভট্ট, মৈৰামাৰাৰ শ্ৰীযুত কাশীনাথ পাঠক, পাঠশালাৰ ৺নগেন্দ্ৰ নাথ শৰ্ম্মা আৰু শ্ৰীযুত উমেশ চন্দ্ৰ দাস (বৰ্ত্তমান সুখ্যাত চিকিৎসক )। হাউলী হাইস্কুলৰ সোণালী জয়ন্তী উৎসৱৰ এয়া শুভ ক্ষণত মৃত শিক্ষাগুৰু সকলৰ পবিত্ৰ স্মৃতিত মোৰ আন্তৰিক শ্ৰদ্ধাঞ্জলি নিবেদন কৰিলোঁ ; তেওঁলোকৰ আত্মাৰ চিৰশান্তি কামনা কৰিলো। জীৱিত শিক্ষাগুৰু সকললৈ ( ভগৱানে তেওঁলোকক দীৰ্ঘায়ু প্ৰদান কৰক ! ) মোৰ শত শত প্ৰণিপাত জনালোঁ, হিয়াভৰা কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ ।

হাইস্কুলীয়া ছাত্ৰাৱস্থাত আমি বহুতো আধুনিক সা-সুবিধাৰ পৰা বঞ্চিত আছিলো যদিও, এটা কথাই আমাক বিশেষ ভাবে অনুপ্ৰাণিত আৰু উৎসাহান্বিত কৰিছিল সেয়া আছিল গুৰুশিষ্যৰ মধুৰ সম্বন্ধ আৰু স্কুলৰ সুস্থ আৰু শান্তিপূৰ্ণ শৈক্ষিক পাৰিবেশ। প্ৰধান শিক্ষক গৌৰী শৰ্ম্মা চাৰৰ ব্যক্তিত্ব আৰু কাৰ্যদক্ষতা আৰু আন শিক্ষাগুৰু সকলৰ নিষ্ঠা আৰু ঐকান্তিক প্ৰচেষ্টাত স্কুলৰ পাঠদানকে ধৰি সকলো কাম-কাজ এনে শৃঙ্খলা, পৰিপাটি আৰু নিয়াৰিকৈ চলিছিল যে, আজি সেই দিনবোৰৰ কথা মনত পৰিলে অবিশ্বাস্য যেন লাগে। শিক্ষকসকলৰ কি Team Spirit, কি কৰ্ত্তব্যনিষ্ঠা, অনুষ্ঠানটিৰ প্ৰতি সকলোৰে কি ভালপোৱা আনুগত্য !

উদাহৰণ স্বৰূপে, প্ৰধান শিক্ষক গৌৰী শৰ্ম্মা চাৰ। কি আশ্চৰ্য্য কৰ্ত্তব্যনিষ্ঠা ! স্কুলৰ তথা হাউলী অঞ্চলৰ সৰ্বতো প্ৰকাৰৰ উন্নয়ন মূলক কাম-কাজত সৰ্বদা ব্যস্ত যদিও, প্ৰতিদিনে স্কুলৰ সামূহিক প্ৰাৰ্থনা ( তেওঁৱেই এই প্ৰথা প্ৰথম উদ্ভাৱন কৰে ) আৰম্ভ হোৱাৰ আগে আগে স্কুলত উপস্থিত হব, প্ৰতিদিনে Class IX আৰু Class X অৰ ইংৰাজী আৰু অসমীয়া বিষয়ৰ এটা নহয়, দুটা নহয় পাচটা ক্লাচ তেওঁ নিজে লবই, Compalsory, এইয়া তেওঁৰ নিত্য নৈমিত্তিক ৰুটিন। নিয়মীয়া পাঠদানৰ উপৰিও চাফাই কাম, সমাজ সেৱা ( মৈৰামাৰা গাওঁলৈ যোৱা "ছাত্ৰপথ" আমি ছাত্ৰ সকলেই নিৰ্ম্মাণ কৰোঁ ), বৃক্ষৰোপন ( স্কুলৰ সন্মুখৰ লিচু, নাৰিকল গছবোৰ ), আদি সকলো কাম-কাজ সুচাৰুৰূপে সম্পাদন কৰা হৈছিল। ছাত্ৰ-ছাত্ৰী সকলক অনুপ্ৰাণিত কৰাৰ উদ্দেশ্যে, বিশেষকৈ হাউলী নাম আৰু গৌৰৱ প্ৰচাৰ কৰাৰ বাবে তেখেতে তদানীন্তন বিশিষ্ট ব্যক্তিসকলক ( যেনে-- ৰাজ্যপাল জয়ৰাম দাস দৌলত ৰাম, শ্ৰীশ্ৰীপ্ৰকাশ ৺গোপীনাথ বৰদলৈ, ৺বিষ্ণুৰাম মেধি, শিক্ষাধিকাৰ Small চাহেব, ৺মহেন্দ্ৰ মোহন চৌধুৰী, ৺অমিয় কুমাৰ দাস, ইত্যাদি ) বিভিন্ন অনুষ্ঠানলৈ

আমন্ত্ৰণ কৰি আনিছিল ।

সেইদৰে পৰেশ চন্দ্ৰ উজীৰ চাৰৰ সততা আৰু নিষ্ঠা ৺বালিৰাম কাকতি চাৰৰ পাণ্ডিত্য আৰু গভীৰ তত্বজ্ঞান, ৺দীননাথ চৌধুৰী আৰু যাদৱ চন্দ্ৰ দাস চাৰৰ হাউলী প্ৰেম আৰু হাউলীৰ সামগ্ৰীক উন্নতিৰ বাবে চলোৱা আন্তৰিক প্ৰচেষ্টা ৺ৰাজেন্দ্ৰ নাথ ভূঞা, কাশীনাথ পাঠক আৰু ধীৰেন্দ্ৰ নাথ পূজাৰী চাৰৰ শিক্ষাদানৰ কৌশল, দেৱান আব্দুল হামিদ আৰু ৺জীৱন ভট্ট চাৰৰ সৰলতা আৰু মৰম, আজিও শ্ৰদ্ধাৰে সোঁৱৰো।

আজি প্ৰায় কেৰা যুগ পিচতো মই গভীৰ শ্ৰদ্ধা আৰু কৃতজ্ঞতাৰে সোঁৱৰো যে, গৌৰীকান্ত শৰ্ম্মা চাৰ, ৺বালিৰাম কাকতি চাৰ, ৺ৰাজেন্দ্ৰ নাথ ভূঞাচাৰ, কাশীনাথ পাঠক, পৰেশ চন্দ্ৰ উজীৰ চাৰ আদিৰ পৰা ইংৰাজী, অঙ্ক আৰু অন্যান্য বিষয়ত যি জ্ঞান লাভ কৰিছিলো, ছাত্ৰাৱস্থাৰ প্ৰতিদিনে যি সজুপদেশ, অনুপ্ৰেৰণা আৰু উৎসাহ পাইছিলোঁ, তাক জীৱনত কেতিয়াও নাপাহৰোঁ! মেট্ৰিক পৰীক্ষাৰ আগে আগে ৰাতিপুৱা পঢ়াশুনা কৰোঁ নে নকৰোঁ, তাৰ চৰজামিন পৰীক্ষাৰ বাবে সেই সময়ৰ প্ৰধান শিক্ষক পৰেশ উজীৰ চাৰে যেতিয়া দোকমোকালিতে আমাৰ ঘৰৰ চোতালত উপস্থিত হোৱাৰ কথা আজি মনত পৰে, শ্ৰদ্ধাত, কৃতজ্ঞতাত, মূৰ নত হৈ পৰে ।

মই সৰ্বদা স্বীকাৰ কৰোঁ যে সৰুতে মোৰ বুদ্ধি বৃত্তি তেনে চোকা নাছিল ( আজিও কিবা বেছি হৈছে বুলি মই বিশ্বাস নকৰোঁ।)। হাউলী হাইস্কুললৈ আহি এইহেন সজগুৰুৰ সংস্পৰ্শত তেখেত সকলৰ উৎসাহ আৰু অনুপ্ৰেৰণাৰ বলত চৰকাৰী জলপানী লাভ কৰি ১ম বিভাগত মেট্ৰিক পৰীক্ষাত উৰ্ত্তীৰ্ণ হওঁ। পৰৱৰ্ত্তী কালতো তেখেত সকলৰ আশীৰ্ব্বাদ আৰু শুভাশীষ লাভ কৰি বিভিন্ন পৰীক্ষাত ভালদৰে উৰ্ত্তীৰ্ণ হবলৈ সক্ষম হওঁ। এই সকলো কৃতকাৰ্য্যতাৰ মূল উৎস তেখেত সকলৰ শুভেচ্ছা, আশীৰ্ব্বাদ আৰু অনুপ্ৰেৰণা। গুৰুৰ আন্তৰিক শুভেচ্ছা, আৰু অনুপ্ৰেৰণাই ছাত্ৰ ছাত্ৰীৰ জীৱনত কি যে Miracle সৃষ্টি কৰিব পাৰে! অধম তাৰেই প্ৰমাণ। তেওঁলোক অবিহনে জীৱন নৈৰ কৰবাত, কাহানিবাই জাঁজি হৈ নিঃচিহ্ন হৈ গলোঁহেঁতেন ।

সেই সময়ত স্কুলৰ শৈক্ষিক পৰিবেশ, নিয়ম শৃঙ্খলা, সময়ানুৱৰ্তীতা, গৰমৰ বন্ধৰ সময়ত বিভিন্ন বিষয়ত কৰিব লগা Home work, প্ৰতিজন ছাত্ৰ বা ছাত্ৰীয়ে দিনপঞ্জী লিখিব লগা ব্যৱস্থা, প্ৰত্যেক বিষয়তে শিক্ষকে Home work নিয়মীয়া ভাবে চাই-চিতি শুধৰাই দিব লগা ব্যৱস্থা, ইত্যাদি কথাবোৰ মনত পৰিলে সাম্প্ৰতিক শিক্ষাজগতত চলি থকা অৰাজকতা, কৰ্মবিমুখতা, উশৃঙ্খলতা আদি দেখি মনত দুখ আৰু বেদনা অনুভৱ কৰোঁ। ক'ৰ সেই শান্ত মনমোহা শৈক্ষিক পৰিবেশ আৰু আজি? দায়িত্বহীনতা, উশৃঙ্খলতা শ্ৰদ্ধা-ভক্তি-প্ৰেম বৰ্জিত হুলস্থুলীয়া নিষ্প্ৰাণ পৰিবেশ আজি প্ৰায় প্ৰতিটো শিক্ষানুষ্ঠানৰ দুৰাৰোগ্য ব্যাধি হৈ উঠিছে। গৌৰী শৰ্ম্মা চাৰে কাহানিও ৫ম পিৰিয়দ ক্লাছৰ আগেয়ে বিশেষ কাৰণ থাকিলেও স্কুল চুটী নিদিছিল বা কোনো সভা সমিতি পতাৰ অনুমতি নিদিছিল। হাউলী হাইস্কুলৰ সেই সময়ৰ ছাত্ৰ একতা সভাৰ সম্পাদক হিচাবে মই এই কথা প্ৰায়ে লক্ষ্য কৰিছিলোঁ ।

সকলোৰে উৰ্দ্ধত পাঠদান আৰু পাঠ গ্ৰহণ। আজি প্ৰায় সৰহ ভাগৰে এই দিশত ওলোটা ধাৰণাহে দেখা যায়। সকলোৱে ব্যস্ত। পাঠদান বা পাঠ গ্ৰহণ মুখ্য নহয়, গৌণ যেনহে লাগে। কালৰ কি কুটিলা গতি !

হাইস্কুলীয়া ছাত্ৰ জীৱনৰ আৰু এটা কথা এতিয়াও প্ৰায়ে মনত পৰে। সেইয়া হ'ল স্কুল পৰিদৰ্শন ব্যৱস্থা। পৰিদৰ্শন মানে প্ৰকৃতাৰ্থতে পৰিদৰ্শন। প্ৰতিটো শ্ৰেণীতে প্ৰায় প্ৰতিটো বিষয়তে তন্ন তন্ন বিচাৰ। ছাত্ৰ-ছাত্ৰী তথা শিক্ষক সকলেও ত্ৰস্ত। নিয়মীয়া স্কুল পৰিদৰ্শন সেই সময়ত শৈক্ষিক কাৰ্য্যক্ৰমৰ এটা অঙ্গ স্বৰূপ আছিল। শিক্ষক, ছাত্ৰ-ছাত্ৰী সকলোৱে ইয়াৰ পৰা যথেষ্ট উপকৃত হৈছিল। এই ক্ষেত্ৰত ৰাজ-কুমাৰ সুৰেশ চন্দ্ৰ ৰাজখোৱা, ৺জীৱেশ্বৰ শৰ্ম্মা, দন্দেশ্বৰ গগৈ আদি স্কুল পৰিদৰ্শক সকলৰ নাম আজিও ভালকৈ মনত আছে।

ছাত্ৰ জীৱনৰ স্মৃতি সোঁৱৰণ কৰোঁতে দুই চাৰিটা ঘটনাই আমাক কেনেকৈ প্ৰভাৱান্বিত কৰিছিল তাক নকৈ নোৱাৰি। এটা মাত্ৰ উদাহৰণ দিওঁ:

কোন শ্ৰেণীত পঢ়ি থকা সময়ৰ ঘটনা সঠিক মনত নপৰে। ৺বালিৰাম কাকতি চাৰে আমাক অসমীয়া বিষয় শিকায়। পাঠ্য পুথিৰ নিৰ্দ্দিষ্ট পাঠ সমূহ শিকোৱাৰ লগতে, তেওঁ ৰামায়ণ আৰু মহাভাৰতৰ কাহিনীবোৰ ইমান সুন্দৰ, চিত্তাকৰ্ষক ভাবে কৈ গৈছিল যে, আমি সৰু সৰু ছাত্ৰ-ছাত্ৰীসকলে মন্ত্ৰমুগ্ধৰ দৰে একান্তমনে শুনিছিলোঁ। তেওঁৰ গল্প কোৱাৰ কৌশল ইমানেই আকৰ্ষণীয় আৰু প্ৰাণপৰশা আছিল যে হঠাতে যদি তেওঁৰ কাহ এটা উঠাৰ বাবে ক্ষন্তেকৰ কাৰণে গল্প কোৱা বন্ধ হয়, আমি সকলোৱে কেৱল বিৰক্তই নহয় মহা চিন্তিত হৈ পৰোঁ। চাগে এই অভিশপ্ত কাহটোৰ বাবে চাৰে গল্পটো শেষ পৰ্য্যন্ত কব নোৱাৰিব। পুনঃ আৰম্ভ কৰিলেহে স্বস্তিৰ নিশ্বাস কাঢ়ো। পৰৱৰ্ত্তী কালতহে উপলব্ধি কৰিব পাৰিছিলোঁ, চাৰৰ এই গল্পবোৰ শুনি অজ্ঞাত ভাবে কিমান যে, নৈতিক আৰু আধ্যাত্মিক শিক্ষা লাভ কৰিবলৈ সমৰ্থ হৈছিলোঁ। গল্পৰ চলেৰে ছাত্ৰ-ছাত্ৰীসকলক নৈতিক জ্ঞান দান কৰাৰ ৺কাকতি চাৰৰ এই অভিনৱ কৌশল সঁচাকৈয়ে অত্যন্ত শলাগীবলগীয়া। আজি সৰ্বত্ৰ স্বীকৃত যে, শিক্ষাব্যৱস্থাত আধ্যাত্মিক জ্ঞান (Spiritual Knowledge) আৰু চিন্তা-চৰ্চ্চা, প্ৰচাৰ আৰু প্ৰসাৰ কৰাৰ ব্যৱস্থা কৰা নিতান্ত প্ৰয়োজনীয়। আধ্যাত্মিক জ্ঞান অবিহনে, বৰ্ত্তমানৰ Materialist শিক্ষা পদ্ধতিয়ে শিক্ষাৰ মূল লক্ষ্য আৰু উদ্দেশ্য সাধন কৰিব নোৱাৰে। সাম্প্ৰতিক কালৰ উশৃঙ্খল আৰু পতনমুখী যুব মানসিকতাই এই কথাষাৰকে প্ৰতিপন্ন নকৰেনে? O

[ হাউলী হাইস্কুলৰ প্ৰাক্তন ছাত্ৰ শ্ৰীসত্য নাথ দাস বি, এইচ, মহাবিদ্যালয়ৰ প্ৰতিষ্ঠাতা অধ্যক্ষ। আৰম্ভণীৰে পৰা বৰ্ত্তমানলৈ বি, এইচ, মহাবিদ্যালয়ক আদৰ্শ মহাবিদ্যালয় ৰূপে গঢ় দিয়াত শ্ৰী দাসৰ অৱদান অপৰিসীম। ]

# ॥ হাউলী হাইস্কুলৰ সোণালী জয়ন্তী উৎসৱ উপলক্ষে দু-আষাৰ ॥

✍ শ্ৰীবাসুদেৱ ভূঞা এম, এ. বি, টি,
প্ৰতিষ্ঠাতা প্ৰধান শিক্ষক ।

১৯৩৯ চনত আমাৰ হাউলীলৈ যোৱা মনত পৰে আৰু সেয়েই আমাৰ শিক্ষক জীৱনৰ আৰু কৰ্ম্ম জীৱনৰ আৰম্ভণি । তেতিয়া হাউলী অঞ্চলত একেখন মাত্ৰ M. V. আৰু M. E Combined School আছিল । আমি M. E. স্কুলৰ প্ৰধান শিক্ষক হিচাবে তালৈ গৈছিলোঁ । ১৯৩৯ চনত হাউলী হাইস্কুলৰ শুভাৰম্ভ হয় । আমি আমাৰ শিক্ষক প্ৰয়াত কন্দৰ্প নাথ ডেকাৰ নেতৃত্বত স্কুলৰ ৫ / ৬ জন মান শিক্ষক লগ হৈ ৰাতিপুৱাতে খাই বৈ হাইস্কুল প্ৰতিষ্ঠাৰ কাৰণে চাঁদা তুলিবলৈ মুছলমান পমুৱা বস্তিত প্ৰায় ৪ / ৫ মাইললৈ খোজ কাঢ়ি ফুৰা আজিও মনত পৰে । তেওঁলোক খেতিয়ক ৰাইজ আৰু অতি পৰিশ্ৰমী লগতে শিক্ষাৰ কাৰণে অতি আগ্ৰহী আছিল । তেওঁলোকৰ পৰা এই বিষয়ত আমি অতিশয় সঁহাৰি পাইছিলোঁ । স্কুল বন্ধৰ দিনত ৰাজহুৱা সভা আহ্বান কৰা হয় তাত ৰাইজ আহি ভৰি পৰে ! স্কুল প্ৰতিষ্ঠাৰ কাৰণে ৰাইজ আৰু কৰ্ম্ম-কৰ্ত্তা সকলৰ উৎসাহ উদ্দীপনাৰ কথা আজিও আমাৰ মনত অতিশয় সজীৱ হৈ আছে । লাহে লাহে স্কুলৰ নিজা এটা ঘৰ সজা হ'ল আৰু তাতে হাইস্কুলৰ দুটা শ্ৰেণী-- ৭ম আৰু ৮ম মান খোলা হ'ল । শিক্ষক হিচাবে এজন আৰবী শিক্ষক নিযুক্ত কৰা হৈছিল, পিছত স্বনামধন্য শিক্ষক প্ৰয়াত বালিৰাম কাকতিক নিয়োগ কৰা হৈছিল । বাকী বিষয় বিলাকৰ শ্ৰেণীসমূহ M. E., M. V. স্কুলৰ শিক্ষক সকলে চলাই দিছিলোঁ । দুবছৰ মান পিছতহে প্ৰধান শিক্ষকক নিযুক্তি দিয়া হয় । থুলমূলকৈ এইয়ে হাউলী হাইস্কুলৰ শুভাৰম্ভ । বৰ্ত্তমানে উক্ত স্কুলৰ সোণালী জয়ন্তী উৎসৱ পালন কৰিবলৈ লোৱাটো অতি গৌৰৱৰ কথা হৈছে । তাৰ কাৰণে আমি হাউলী অঞ্চলৰ শিক্ষাপ্ৰেমী ৰাইজলৈ আন্তৰিক ধন্যবাদ আগবঢ়াইছোঁ ।

আমি থকা কালতে হাউলী এম, ই স্কুলৰ পৰা কেবাজনো কৃতী ছাত্ৰই তেওঁলোকৰ জীৱনত কৃতিত্ব আৰু সাফল্য অৰ্জ্জন কৰিব পাৰিছে । তেওঁলোকৰ ভিতৰত প্ৰাক্তন মন্ত্ৰী ডাঃ সুৰেন্দ্ৰ নাথ দাস, মোঃ নবিবৰ ৰহমান, মোঃ ছবিবৰ

ৰহমান, মোঃ চাতুল্লা, ডাঃ ৰজনীকান্ত দাস, শ্ৰীগণেশ চন্দ্ৰ নাথ, মঃ জয়নুদ্দিন আহ্মেদ আদিৰ নাম উল্লেখনীয়। তাৰ কাৰণে স্কুলখনে চিৰকাল গৌৰৱ কৰিব।

শিক্ষকতা এটা অতিশয় difficult job. কৃতী শিক্ষক হ'ব লাগিলে শিক্ষনীয় বিষয়টোত সম্পূৰ্ণ জ্ঞান থকা আৱশ্যক লগতে তাৰ উপস্থাপনা আৰু শিক্ষা প্ৰদানৰ কৌশলৰো আৱশ্যক। শিক্ষাদানৰ ক্ষেত্ৰত শিক্ষকৰ পক্ষৰ পৰা যেনে একনিষ্ঠতা আৱশ্যক ছাত্ৰৰ পক্ষৰ পৰাও শিক্ষা-গ্ৰহণৰ ঐকান্তিকতাৰ দৰ্কাৰ। পাশ্চাত্য শিক্ষাবিদ সকলে সেয়েহে মন্তব্য কৰিছে যে Teachers are born not made শিক্ষক জন্মতে শিক্ষক হৈ জন্মে। আৰু তেখেতসকলে এইটোও মন্তব্য কৰিছে যে Teachers should live to teach not teach to live. অৰ্থাৎ শিক্ষাদান কৰিবৰ কাৰণেহে জীৱন ধাৰণ কৰিব, শিক্ষকতা কাম কৰি জীৱিকা নিৰ্ব্বাহ নহয়। হাউলীত আমি চাৰি বছৰৰো অধিক কাল কটাইছোঁ। তাৰ বাইজে আমাক সকলো ক্ষেত্ৰতে সহায় সহানুভূতি আগবঢ়াইছিল। এই কথা আমি সদায় সোঁৱৰণ কৰিছোঁ। হাউলী হাইস্কুলৰ সকলো শিক্ষক আৰু ছাত্ৰ ছাত্ৰী সমূহলৈ আমাৰ সবল অনুৰোধ যাতে তেওঁলোকৰ একান্ত চেষ্টাৰ দ্বাৰা স্কুলখনৰ সৰ্ব্বতোভাৱে উন্নতি সাধন কৰি এখন আদৰ্শ বিদ্যালয়ত পৰিণত কৰে। লগতে আমি বিদ্যালয়খনৰ উত্তৰোত্তৰ শ্ৰীবৃদ্ধি আৰু দীৰ্ঘায়ু কামনা কৰি পৰম পিতা পৰমেশ্বৰৰ ওচৰত আমাৰ মিনতি জনাইছোঁ। ○

---

শ্ৰীযুত বাসুদেৱ ভূঞা হাউলী হাইস্কুলৰ প্ৰতিষ্ঠাতা প্ৰধান শিক্ষক। এজন একনিষ্ঠ আদৰ্শ শিক্ষক আৰু কৰ্ম্মযোগী পুৰুষ। হাউলী অঞ্চলত শিক্ষা প্ৰচাৰত এখেতৰ বৰঙণি উল্লেখযোগ্য।

# স্মৃতিৰ ৰঙীন কমালি

হৃষীকেশ গোস্বামী

"হাতৰ মুঠিতেই ভাল
মেলি দিলে উৰি যায়
স্মৃতিৰ ৰঙীন কমাল ঃ
মোৰ চিৰদিন, চিৰকাল।"
(হীৰেন ভট্টাচাৰ্য্য)

মানুহ এজনৰ সম্পূৰ্ণ জীৱন কালৰ ভিতৰত ছাত্ৰাৱস্থাৰ সময়খিনি সোণালী। তাৰ ভিতৰত আকৌ স্কুলীয়া সময়খিনি অতি সুন্দৰ আৰু ৰঙীন। আজি যেন হিৰুদাৰ ভাষাতেই হাতৰ মুঠি খুলি দিয়াৰ লগে লগে স্কুলত পঢ়ি থকা দিনবোৰৰ বিভিন্ন চিত্ৰবোৰে আহি মনৰ চকুত ধৰা দিছেহি।

আজি সদৌ অসম ছাত্ৰ সন্থাৰ কামত যেতিয়া বিভিন্ন ঠাইত ঘূৰি ফুৰো, সভাই সমিতিয়ে যাওঁ তেতিয়াই হাতৰ মুঠি মেলি দিলেই যেন মনটো সেই নিৰ্দ্দিষ্ট দিন কেইটালৈ উৰা মাৰে। স্কুলখনত ৪ৰ্থ মান শ্ৰেণীৰ ছাত্ৰ হিচাবে নাম ভৰ্ত্তি কৰিছোহে এখোন, আহিল মাধ্যম আন্দোলন। ট্ৰাকৰ বোকোচাত উঠি, বাছত উঠি ল'ৰাবোৰে বাৰু জিন্দাবাদ জিন্দাবাদ কৰি ক'লৈ যায়? মনতে ভাবিলোঁ। পিচত গম পালো বৰপেটাৰোড্‌ৰ ফালে হেনো গণ্ডগোল। আমাক যাব নিদিয়ে আমি সৰু ল'ৰা বাবে। স্কুল ছুটী দিলে; ভয়ে ভয়ে ঘৰলৈ গলোঁ। মনত মিশ্ৰিত অনুভূতি। লাহে লাহে আন্দোলনৰ বিষয়ে বুজি উঠিলোঁ। শোভাযাত্ৰাবোৰত যাবলৈ ধৰিলোঁ। শ্লোগান দিলোঁ টেটুফালি; আৰু যিবোৰে লগাই দিলে লগে লগে ধৰি গলোঁ। আজিও মনত পৰে মূৰত ক'লা ফিটা বান্ধি শোভাযাত্ৰাৰ মাজেৰে যোৱা সেই সময়ৰ সাধাৰণ সম্পাদক প্ৰসেনজিৎ দাস, মিহিৰ নাথ, অনিল কৰ্ম্মকাৰ, নজৰুল আলীৰ কথা। মাধ্যম আন্দোলনৰ নেতৃত্ব দিয়া নিশিথদাৰ কথা। পঞ্চৰতন ফাৰ্মক কাৰ্য্যালয় কৰা সুনীলদাৰ কথা।

সময় বাগৰিল, চতুৰ্থৰ পৰা পঞ্চম মানলৈ উত্তীৰ্ণ হলোঁ। স্কুলৰ অনুশাসন অতি কঢ়া। শ্ৰেণীত দেৰিকৈ সোমাবলৈ ভয় লাগে। শ্ৰেণীত গণ্ডগোল কৰিবলৈকো ভয় লাগে, জানোচা প্ৰধান শিক্ষক শ্ৰীযুত পৱন শৰ্ম্মাৰ চকুতেই পৰোঁ। জাবকালি পঢ়া কোঠাৰ পৰা শিক্ষক নোহোৱা সময়ত বাহিৰত আহি ৰ'দ পুৱাও। লগে লগে

নিৰীক্ষণ কৰি থাকোঁ প্ৰধান শিক্ষক আছিল নেকি বাৰু? হঠাৎ এদিন ল'ৰাবোৰ হুৰমুৰকৈ কোঠাৰ ভিতৰলৈ দৌৰ মাৰিলে, ইফালে মই তৰ্কিবই নোৱাৰিলোঁ। ঘূৰি যে চাওঁ সম্মুখত সাক্ষাৎ যম, হেড্ চাৰ। কিবা কোৱাৰ আগতেই গালত ঠাচ্ কৰে এটা চৰ, কলে "ঐ গাধ ভিতৰত থাকৰ এৰি বাহিৰত কিয় আছ"। চৰ খাই ভিজা মেকুৰীৰ দৰে ভিতৰ সোমালোঁ। চাৰৰ কথা মনত পৰিলে আজিও চাৰৰ অনুশাসনৰ কথা মনত পৰে, শ্ৰদ্ধা ওপজে।

"চেকনিৰ আগত বিদ্যা" বুলি প্ৰবচন এটা আছে। কিন্তু এই প্ৰবচনো যে কেতিয়াবা প্ৰযোজ্য নহয় তাৰ উদাহৰণ আছিল শ্ৰীসদানন্দ দাস চাৰ, (চাৰক সমনীয়া সহকৰ্মীবোৰে 'সদা বাবু বুলি মাতে)। তেতিয়া আমি চিক্সত। চাৰে বোধহয় বিজ্ঞান শিকাই আছিল। এজন ল'ৰাই উঠি "চাৰ চাৰ, ই চাধা খাইছে' বুলি এজন ল'ৰালৈ দেখুৱাই দিলে। চাধা খোৱা বুলি যিজনৰ ওপৰত অভিযোগ কৰিছিল চাৰে মাতি আনি তাক কলে "ভাল কৰিছ চাধা খাইছ, পইচা যদি কম হয় মোৰ পৰা লৈ যাবি। কাৰণ মা আৰু দেউতাৰে তোক চাধা খাবলৈহে পঠাইছে"। বচ বপুৰাৰ তাতেই আধ্যা পৰিল।

সপ্তম শ্ৰেণী আৰু নৱম শ্ৰেণীৰ আমি কেইজনমানে লগ লাগি বিদ্যালয় বাৰ্ষিক সপ্তাহত একাংকিকা নাট প্ৰতিযোগিতাত নাটক কৰাৰ মন কৰিলোঁ। মোৰে সৈতে হেমেন দাস, ডিম্বেশ্বৰ দাস, ভূপেন দাস, ধনজিৎ দাস এই আটাইকেইটা লগ হলোঁ। প্ৰসেনজিৎ দাসে লিখা নাট এখন ললোঁ। পৰিচালক হ'ল প্ৰসন্ন নাথ (আমাক প্ৰথম মঞ্চলৈ অনা আৰু মৰমতে 'পচন কা' বুলি মতা শ্ৰীনাথৰ পৰলোক হৈছে) আমাৰ নাটৰ স্মাৰক ৰূপে থাকিল যুগান্ত বায়ন। আমাৰ লগত অনৱৰতে লাগি থকা বাবে বিমল পাঠককো এটা চৰিত্ৰ সৃষ্টি কৰি সুমুৱাই দিয়া হ'ল (অতি দুঃখৰ কথা বিমল পাঠকৰো ১৯৮৪ চনত মৃত্যু হয়)। নাটখনত সঙ্গীত দিলে কুলকমল পাঠক আৰু পিনাকী মিত্ৰই। আটাইয়ে মিলি অতি উৎসাহেৰে নাট কৰিলোঁ। শ্ৰেষ্ঠ দল হলোঁ। আটাই-কেইটা অভিনেতাই ফটো এখন উঠি পঠিয়াই দিলোঁ 'দৈনিক অসমলৈ'। ফটোখন বাতৰি কাকতখনত প্ৰকাশ পোৱাৰ পিচত প্ৰথম নিজৰ ফটো বাতৰি কাকতখনত দেখি যে কিমান পুলকিত হৈছিলোঁ। সেয়া আজিও মনত পৰে। সেয়ে আজিও সযতনে থৈ দিছোঁ স্কুলীয়া জীৱনৰ কাকতত উঠা সেই ফটোখন। পিচৰ বছৰত ডিম্বেশ্বৰ দাসে নিজে লিখিলে নাটক "মই মহাপাপী নহও" কৰিলো আমি কেইটাই। এইবাৰো শ্ৰেষ্ঠ দল।

আজিও মনত পৰে সেই সকল সমনীয়া সুভাষ নাথ, সুবোধ পাঠক আদিৰ আনন্দৰ কথা যাৰ সতে সৰস্বতী পূজাৰ আগদিনা সকলো কাম কৰি নিশাটো অতি আনন্দেৰে কটাই দিয়া; পিচদিনা ৰাতিপুৱাই গা-পা ধুই আহি দিনটো স্ফূৰ্তি কৰাঁ, বা কেতিয়াবা সাংস্কৃতিক অনুষ্ঠান চোৱা। ১৫ আগষ্ট বা ২৬ জানুৱাৰীত আমাৰ স্কুলৰ N. C. C. ৰ Cadet সকলে কৰা কুচ কাৱাজৰ কথা মনত পৰিলে আজিও আনন্দ লাভ কৰোঁ। আৰু আনন্দ পাওঁ শ্ৰেণীৰ জিৰণি সময়ত জাৰকালি লগৰীয়াৰ সৈতে স্কুলখনৰ পিচ-

ফালে বগৰী খাবলৈ যোৱা কথা স্মৰণ কৰো।

সুন্দৰ চৌহদৰ, সম্মুখ খন কেৰাজোপা গছেৰে ভৰা, সুদৃশ্য মৰমৰ সেই স্কুলখন এৰি অহাৰ আগে আগে প্ৰবেশিকা পৰীক্ষাৰ্থী হিচাবে আমাক বিদায় দিয়াৰ আগমূহূৰ্ত্তত মনটো দুখেৰে ভাৰাক্ৰান্ত হৈ উঠিছিল। বিদায় সভাত সকলো শিক্ষাগুৰুকে শ্ৰদ্ধা জনাই নিজৰ অজানিত ভুলক্ৰটীৰ কথা সুঁৱৰিছিলোঁ।

আজি এই মৰমৰ স্কুলখনৰ সোণালী জয়ন্তী ৫০ বছৰত ভৰি দি পৰিপক্কতা লাভ কৰিছে এই বিদ্যালয়খনে। এই মূহূৰ্ত্তত মৰমৰ বিদ্যালয়খনৰ উত্তৰোত্তৰ কামনা কৰিলোঁ। যিসকলৰ অশেষ কষ্টৰ মূৰত এই বিদ্যালয়খন গঢ়ি উঠিছিল এই সুযোগতে সেই সকলোলৈকো শ্ৰদ্ধা নিবেদিছোঁ।

জয়তু হাউলী হাইস্কুল

জয় আই অসম।

হাউলী হাইস্কুলৰ প্ৰাক্তন ছাত্ৰ শ্ৰীহৃষীকেশ গোস্বামী এগৰাকী উদীয়মান লিখক। অসমীয়া সাহিত্যত স্নাতকোত্তৰ উপাধি প্ৰাপ্ত শ্ৰী গোস্বামীয়ে বিগত অসম আন্দোলনত অগ্ৰণী ভূমিকা গ্ৰহন কৰাৰ উপৰিও সদৌ কামৰূপ জিলা ( অবিভক্ত ) ছাত্ৰ সন্থাৰ সভাপতি হিচাবেও কাৰ্য্য-নিৰ্ব্বাহ কৰিছিল।

# সোনালী স্মৃতিৰ স্নেপস্হট

❀ খনীন্দ্র নাথ

১৯৬৮ চনৰ কোনোবা এটা দিনত মই হাউলী হাইস্কুলত নাম ভৰ্ত্তি কৰিছিলোঁ। ১৯৩৯ চনত জন্ম লভা স্কুলখনৰ সোণালী বৰ্ষৰ ক্ষণত মনৰ স্মৃতিকোঠাত থুপ খাই থকা হেজাৰ বিজাৰ স্মৃতিৰ অনুভূতিয়ে মন জোঁকাৰি গৈছে। সুদীৰ্ঘ বিশ বছৰৰ পিছত মই যেন পুনৰাই উভতি গৈছোঁ মোৰ অতি মৰমৰ সেই বিদ্যালয়খনলৈ— বাৰান্দাই বাৰান্দাই মই যেন খোজ কাঢ়ি ফুৰিছোঁ— সেইয়া সন্মুখত বাঘ দেখাৰ দৰে হঠাৎ চমকি উঠিছোঁ— শ্ৰদ্ধেয় প্ৰধান শিক্ষক শ্ৰীযুত পৰন শৰ্মা চাৰৰ গোঁজৰণি শুনি বাহিৰে ভিতৰে গিজগিজাই থকা শ শ ল'ৰা-ছোৱালীৰ মাত হঠাৎ নিমাত হৈ গ'ল, নিস্তব্ধ-নিজম-নিতাল যেন গভীৰ অৰণ্যৰ নীৰৱতা। সেয়া মই দেখিছো অংক শিকাবলৈ শ্ৰীযুত সুৰেন্দ্ৰ দাস চাৰ ক্লাচলৈ সোমাই আহিছে— অংক বুলি কলেই সাত জাপ মাৰি পলাবলৈ খোজা আমিবোৰে চাৰৰ ক্লাচটো কৰাৰ পিছত ভাবিছো অংক ইমান সহজ-সৰল সুন্দৰ। ক্লাচ ফাইফৰ তৃতীয় বেঞ্চৰ সোঁফালৰ একেবাৰে কাষত বহি আছোঁ, শ্ৰীযুত ধীৰেন্দ্ৰ পুজাৰী চাৰে ইংৰাজী পঢ়ুৱাইছে— "প্ৰতিদিনে ইংৰাজী ভাষাৰ অন্ততঃ এটাকৈ শব্দ শিকিলেও এটা বছৰত ৩৬৫ টা শব্দ শিকিবা— ইংৰাজী পেপাৰখন ( সেই সময়ত The Assam Tribune ) সদায় পঢ়াৰ চেষ্টা কৰিবা— নুবুজিলেও অন্ততঃ এটাকৈ নতুন শব্দটো শিকিবা— খোকোজা লাগিলেই অভিধানখন মেলি চাবা— তেতিয়াহে ইংৰাজী ক'ব পাৰিবা— লিখিব পাৰিবা।" সেই উপদেশ আজিও পালন কৰি আছোঁ অহৰহ ইংৰাজী শিকাৰ চেষ্টাত। সৌৱা স্কুলৰ সন্মুখৰ খালী ঠাইখিনিত ভাগৱতী চাৰে কুছ-কাৱাজ শিকাইছে— পোণ হৈ থিয় হ'বলৈ, পৰিস্কাৰ পৰিচ্ছন্নতাৰ প্ৰাথমিক জ্ঞানখিনি শিকাইছে— কুছ-কাৱাজৰ পাছত বজাৰলৈ আহি কামাৰৰ চাহদোকানৰ গৰম শিংৰা চাহৰ জুতি এতিয়াও জিভাত লাগি আছে। ছবি আঁকিবলৈ শিকাওঁতে 'ক' ৰ পৰা কাউৰী 'ব' ৰ পৰা বগলী এটা পাকতে আঁকি আমাক চমক খুৱাইছে সূৰ্য্য চৌধুৰী চাৰে।

মই লাহে লাহে বয়সৰ লেখেৰে ডাঙৰ

হৈছোঁ— কৈশোৰৰ পৰা যৌৱনলৈ গতি কৰিছোঁ — লাহে লাহে। ক্লাচ চেভেনৰ ছাত্ৰ। দহ বজাৰ লগে লগে প্ৰাৰ্থনা কৰিবলৈ সমূহ ছাত্ৰ-ছাত্ৰী মিলিত হৈছোঁ— 'ৰঘুপতি ৰাঘৱ ৰাজা ৰাম পতিত পাৱন সীতা ৰাম — প্ৰাৰ্থনা গীতৰ আৰম্ভণী কৰিছো মই— সকলোৱে সমস্বৰে গাইছে। ক্লাচ এইট্ — নাইন - টেন্ — শাস্ত্ৰীচাৰে সংস্কৃত পঢ়াইছে - তেওঁৰ ৰসাল বৰ্ণনাই দেৱতাৰ ভাষাকো মানৱৰ ভাষা কৰি তুলিছে— "সাহিত্য সংগীত কলাৰ প্ৰতি ৰাপ নথকা মানুহ নেজ নোহোৱা পশুৰ দৰে" কথাষাৰে মোৰ অন্তৰৰ দ লৈকে সোমাই গৈ মোৰ অনুভূতিক জগতখন কঁপাই তুলিছে— জগাই তুলিছে। সেইখন ডাঙৰ ৰেক-ৰ'ৰ্ড— তাত প্ৰতিদিনৰ উল্লেখনীয় বাতৰিবোৰ পঢ়িছোঁ — লিখিছোঁ।

সৌজন শ্ৰদ্ধেয় টিকেন্দ্ৰজিৎ দাস চাৰ — অসমীয়া সাহিত্য, ব্যাকৰণৰ সুন্দৰ ব্যাখ্যা দিছে — ভূগোলৰ কথা বুজাইছে — ক'ৰবাত পৰীক্ষাৰ উত্তৰ বহীত প্ৰশ্নৰ নং লিখিবলৈ পাহৰিছোঁ — কোনটো প্ৰশ্নৰ উত্তৰ লিখিছা বুলি ধম্‌কি মাৰি মোক ভৱিষ্যতে তেনে ভুল নকৰিবলৈ সঁকিয়াই দিছে —।

সৌৱা দেখিছোঁ আমাতকৈ চিনিয়ৰ ছাত্ৰ ঘনকান্ত দাস মোৰ ফালে আগবাঢ়ি আহিছে— ভাল কবিতা সুন্দৰ গল্প লিখা ঘনকান্ত দাস — লগত আছে হাইস্কুলৰ আলোচনী সম্পাদক শ্ৰীঅভিজিৎ দাস — মোক এটা দিবলৈ কৈছে — আলোচনীত ছপাব — কবিতা পঢ়িছোহে — নিজে লিখাৰ কথা মনলৈ অহাই নাই কোনো দিন — ইফালে আলোচনীৰ পাতত মোৰ নামটো ছপা আখৰত দেখাৰ প্ৰবল ইচ্ছা — কল্পনাৰ ৰাজ্যলৈ মন মোৰ উৰা মাৰিলে — সৃষ্টি হ'ল মোৰ প্ৰথম কবিতা— 'মোৰ কল্পনা' নামেৰে কবিতাটো আলোচনীত ছপা হৈ ওলাল — কবিতাৰ প্ৰতি আন্তৰিক প্ৰেম তেতিয়াই জাগিল অন্তৰত —

অলেখ হেজাৰ বিজাৰ স্মৃতিৰ টুকুৰাৰে মন ভৰি আছে। লানি নিছিগা স্মৃতিৰ ভিৰ। কিন্তু মোৰ হাইস্কুলীয়া সময়ছোৱাত (১৯৬৮-৭৫) যি-কেইটা স্মৃতিয়ে মোৰ মনত মঁচিব নোৱাৰাকৈ দ সাঁচ বহুৱাই থৈ গৈছে— যাৰ প্ৰেৰণা মোৰ জীৱনৰ প্ৰতি পলে পলে মই অনুভৱ কৰোঁ— তাৰেই তিনিটা স্নেপ্‌শ্বট্ উল্লেখ কৰিব বিচাৰিছোঁ।

মই বোধকৰো তেতিয়া পঞ্চম মান শ্ৰেণীৰ ছাত্ৰ। ১৪ নবেম্বৰৰ পণ্ডিত জৱহৰলাল নেহৰুৰ জন্মদিনটো 'শিশু দিৱস' হিচাপে আমাৰ স্কুলতো পালন কৰা হৈছিল। সেইদিনা বিভিন্ন খেল-ধেমালি প্ৰতিযোগিতাৰ লগতে এখনি সভাৰো আয়োজন কৰা হৈছিল। সেই সভাখন পতাৰ গুৰিতে আছিল আমাৰ শ্ৰদ্ধেয় পূজাৰী চাৰ, সদানন্দ দাস চাৰ আৰু কাশীনাথ পাঠক চাৰৰ ঐকান্তিক প্ৰচেষ্টা। যিহেতু সভাখন শিশু দিৱস উপলক্ষে পতা হৈছিল— গতিকে সভাৰ বাবে সভাপতি, নিৰ্দ্দিষ্ট বক্তা সকলোবোৰ আমাৰ মাজৰ পৰাই নিৰ্ব্বাচিত কৰা হৈছিল। মোক সভাখনৰ পৰিচালনাৰ ভাৰ অৰ্পণ কৰা হৈছিল সভাপতিৰ আসনৰ পৰা। মোৰ শিক্ষাগুৰু সকলৰ উপস্থিতিত, শ শ ছাত্ৰ-ছাত্ৰীৰ উপস্থিতিত হোৱা সভাখনৰ সভাপতি হ'ম মই— পঞ্চম মান শ্ৰেণীৰ ছাত্ৰ এজনে। মোৰ মনৰ অৱস্থা কেনেকুৱা হ'ব গম পাইছেই নিশ্চয়। সভাপতিৰ আসনৰ

পৰা নিশ্চয় দু-আষাৰ ক'ব লাগিব। কি কম? কেনেকৈ ক'ম? পিছে মোৰ সকলো দুঃশ্চিন্তাৰ অন্ত পেলাই মোক এজন সু-সভাপতি ৰূপে গঢ় দিয়াৰ 'ৰিহাৰ্চেল' চলিল— এখন কাগজত ছয়টা নে সাতোটা বাক্যৰ এটি চমু ভাষণ শ্ৰদ্ধেয় পূজাৰী চাৰে মোক দিছিল আৰু সেই কেইটা বাক্যকে মই কেইবাবাৰো পঢ়ি মুখস্থ কৰিব লগা হৈছিল। সভাখন পৰিচালনা কৰাৰ সকলো খুটি-নাটি অ-আ-ক-খ শিকোৱাৰ দৰে মোক শিকোৱা হৈছিল আৰু অতি সফলতাৰে সভাখন চলাই নিবলৈ মই আপ্ৰাণ চেষ্টা কৰিছিলোঁ। সেই দিনটোত লাভ কৰা জ্ঞান, অভিজ্ঞতা, সাহস— মোৰ বৰ্ত্তমান জীৱনৰ প্ৰতি মুহুৰ্ত্তত মই এতিয়াও অনুভৱ কৰোঁ, তাৰ পৰা প্ৰেৰণা লাভ কৰোঁ।

ক্লাচ চিক্স নে চেভেনত পঢ়ি থকা সময়ৰ ঘটনা। দিন, বাৰ, তাৰিখ একো মনত নাই। স্কুলৰ বাৰ্ষিক সমাৰোহ চলি আছিল। শেষৰ দিনা আবেলি ২ বজাৰ পৰা বঁটা বিতৰণী সভা। চিনেমা চোৱাৰ প্ৰতি প্ৰবল ধাউতি তেতিয়া। কিন্তু ঘৰৰ অনুমতি লৈ চোৱাৰ সুযোগ হঠাৎ নাহে। কিন্তু সেইদিন সুযোগ ওলাল। প্ৰধান শিক্ষক চাৰৰ ল'ৰা শ্ৰীকনক শৰ্মা মোৰ সহপাঠী। তাৰ লগত আলোচনা কৰি ঠিক কৰিলোঁ বৰপেটা-ৰোড্‌ৰ 'দিলীপ' চিনেমা হলত চলি থকা সেই সময়ৰ অসমীয়া হিট্ কথাছবি 'ডাঃ বেজবৰুৱা' চোৱাৰ সুবৰ্ণ সুযোগৰ সৎ ব্যৱহাৰ সেইদিনাই কৰাটো ভাল হ'ব। কাৰণ ঘৰৰ অনুমতি লোৱাৰ প্ৰয়োজন নাই। ভাবিব আমি বঁটা বিতৰণী সভাতে ব্যস্ত আছো। গতিকে ভবামতে কাম। চোৰাংচোৱাৰ দৰে বৰপেটাৰোড্‌লৈ গৈ আমি চিনেমা চালোঁ। আৰু বীৰদৰ্পে আহি ঘৰ পালো সন্ধিয়া। কোনেও আমাক ধৰা পেলাব নোৱাৰিলে। কিন্তু পয়মাল লাগিল পিচদিনাহে। প্ৰধান শিক্ষক চাৰে মোক পিছদিনা মাতি নি চিধাই কাণত ধৰিলে আৰু সুধিলে – 'যোৱাকালি বৰপেটা-ৰোড্‌লৈ চিনেমা চাবলৈ কাক সুধি গৈছিলি?' ''আইক সুধি''— মই কলো। আচলতে মই কাকো সুধি যোৱা নাছিলোঁ। ভয়তে মই মিছা মতা বুলি নিশ্চয় ধৰিব পাৰিছে। ধম্‌কি দি তেখেতে পুনৰ সুধিলে—

"কিয় পিতাৰক সুধি যাব নোৱাৰিলি? অকল মাৰক সুধিলেহে হয় নেকি?" মোৰ ইতিমধ্যে ভৰিৰ তলুৱাৰ পৰা কঁপনি এটা আৰম্ভ হৈ গোটেই দেহলৈ সংক্ৰমিত হৈছিল। ভয়তে মুখখন শুকাই গৈছিল। মিছা মাতি ধৰা পৰি যোৱাৰ বাবে-- তাতে প্ৰধান শিক্ষকৰ সন্মুখত— মোৰ অন্তৰে কান্দি উঠিছিল। হঠাতে চাৰে সোঁহাতেৰে প্ৰচণ্ডভাবে মোৰ বাওঁগালে মৰা এটা কাণতলীয়া চৰৰ কোবত অন্তৰত গুজৰি গুমৰি থকা কান্দোনটোৱে চকুপানী হৈ আত্ম প্ৰকাশ কৰিছিল।

''আজিৰ পৰা মা-দেউতাৰাক নোসোধাকৈ ক'লৈকো নাযাবি। ক'ৰবালৈ যাবলৈ হলে তেওঁলোকৰ অনুমতি লৈহে যাবি।" চাৰে উপদেশ দিলে।

"হ'ব চাৰ" — মই অনুতপ্ত হৈ ক'লো। আচলতে চাৰে আমাক শাস্তি দিছিল ঘৰৰ অনুমতি নোলোৱাৰ বাবেহে -- চিনেমা চোৱাৰ বাবে নহয়। মই সেইদিনাই জীৱনৰ এটা নতুন শিক্ষা লাভ কৰিলোঁ। পিতৃ-মাতৃক মাত লগাই ঘৰৰ পৰা

ওলাই অহাৰ কি বিমল আনন্দ — তাৰ অনুভৱ কৰিবলৈ মই তেতিয়াৰ পৰাহে শিকিছিলোঁ।

আমি হাইস্কুলত পঢ়ি থকা সময়ছোৱাত অসমৰ এখন আগশাৰীৰ দৈনিক বাতৰি কাকত আছিল— 'নতুন অসমীয়া'। সম্পাদক আছিল সু-প্ৰসিদ্ধ সাংবাদিক আৰু মুক্তি যুঁজাৰু ৺ হৰেন্দ্ৰ নাথ বৰুৱা। সেইখন কাকতৰ প্ৰতি দেওঁবাৰৰ সংখ্যাৰ এটা নিয়মিয়া শিতান আছিল 'অকণিৰ মৌকোঁহ চ'ৰা'। সেই চ'ৰাত মাথোন স্কুলীয়া ছাত্ৰ-ছাত্ৰীৰ লিখনিহে প্ৰকাশ হৈছিল। আমিও হাউলীৰ কেইজনমানে সেই চ'ৰাত লিখা-মেলা কৰিছিলোঁ। সেয়েহে নিজৰ লিখা প্ৰকাশ হোৱাৰ আশাত আমি প্ৰতি দেওঁবাৰলৈ অধীৰ আগ্ৰহেৰে বাট চাইছিলোঁ। ১৯৭৩ চনৰ উক্ত চ'ৰাৰ পৰা সদৌ অসম ভিত্তিত পতা প্ৰৱন্ধ প্ৰতিযোগিতাত মইয়ো যোগদান কৰি পুৰস্কাৰ লাভ কৰিছিলো। ৩০ / ১২ / ৭৩ ইং তাৰিখে পুৰস্কাৰ প্ৰাপ্তিৰ খবৰ জনাই 'নতুন অসমীয়া' কাকতৰ তৰফৰ পৰা প্ৰধান শিক্ষকলৈ লিখা এখন চিঠিত লিখিছিল "আশাকৰো আপুনি সমূহ ছাত্ৰ-ছাত্ৰীৰ এখনি সভাত পুৰস্কাৰটি আনুষ্ঠানিক ভাৱে প্ৰদান কৰি ভৱিষ্যতলৈ ছাত্ৰ-ছাত্ৰীক উৎসাহ উদ্দীপনা যোগাব।" হাইস্কুল প্ৰাঙ্গনত পতা এখন বিশেষ সভাত প্ৰধান শিক্ষক চাৰে মোক উক্ত বঁটাটো প্ৰদান কৰিছিল। কেৱল পুৰস্কাৰ এটা পোৱাৰ বাবেই যে মোৰ বাবে উক্ত কথাখিনি স্মৰণীয় হ'ল বা ইয়াত উল্লেখ কৰিব লগা হ'ল, সেইটো কিন্তু নহয়। উল্লেখনীয় আৰু স্মৰণীয় হোৱাৰ প্ৰথম কাৰণ হ'ল — উক্ত চ'ৰাৰ মই নিয়মীয়া লেখক হৈ পৰিছিলোঁ আৰু অসমৰ বিভিন্ন ঠাইৰ অচিনাকী বন্ধুৰ পৰা মই অসংখ্য চিঠি পত্ৰ পাইছিলোঁ আৰু তেওঁলোক প্ৰত্যেকেই মোৰ লগত বন্ধুত্ব গঢ়ি তুলিবলৈ আগ্ৰহ প্ৰকাশ কৰিছিল। জীৱন ধুমুহাত বহু অচিনাকী বন্ধু হেৰাই গ'ল যদিও বহুজনৰ লগত বন্ধুত্ব এতিয়াও প্ৰগাঢ় হৈ আছে। দ্বিতীয় কাৰণটো হ'ল — সদৌ অসম মইনা পাৰিজাতৰ গুৱাহাটীৰ ৰবীন্দ্ৰ ভৱনত হোৱা বাৰ্ষিক অধিৱেশনলৈ আমন্ত্ৰিত হৈ ড° মহেশ্বৰ নেওগ, অতুল চন্দ্ৰ হাজৰিকা, দীননাথ শৰ্মা আদিৰ দৰে মহান প্ৰথিতযশা সাহিত্যিক সকলৰ সান্নিধ্য লাভ কৰাটো। সেই সময়ত সেয়াই আছিল মোৰ কাৰণে পৰম আশীৰ্ব্বাদ। সেই আশীৰ্ব্বাদে মোক সাহিত্যৰ প্ৰতি গভীৰ অনুৰাগী কৰি তুলিলে সঁচা— কিন্তু কঠোৰ শ্ৰম, গভীৰ অধ্যয়ন আৰু নিৰৱচ্ছিন্ন অনুশীলনৰ গুণেৰে তাক বাস্তৱায়িত কৰি সেই ধাৰাবাহিকতা ৰক্ষা কৰিব নোৱাৰি আজি মই অনুতপ্ত। আৰু সেই কাৰণেই মনৰ দুখ আনৰ আগত কৈ পাতলোৱাৰ দৰে মোৰ অনুতপ্ত মনৰ খবৰ সোণালী স্মৃতিৰ সফুঁৰাৰ পৰা আপোনালোকক দিব লগা হ'ল। হাইস্কুলতেই সাহিত্যৰ প্ৰতি ওপজা মোৰ সেই গভীৰ অনুৰাগ আৰু প্ৰেমত মই কিন্তু এতিয়াও আসক্ত।

তাতে আছে মোৰ
মনৰ
জীৱন সংগ্ৰামৰ
বহু নিলিখা খবৰ

অলেখ স্মৃতি— কৈ আৰু লিখি শেষ কৰিব নোৱাৰি। বৰ্ত্তমানৰ পৰিস্থিতিত আৰু দৃষ্টিত হয়তো উপৰোক্ত স্মৃতি কথাখিনি উল্লেখনীয়

মুঠেই নহয়। কিন্তু সময়ৰ হাইস্কুলীয়া ছাত্ৰ এজনৰ দৃষ্টিৰেহে বিচাৰ কৰি কথাবোৰ স্মৰণ কৰিছোঁ। এতিয়াও কথাবোৰ মনত পৰে বাবেই সি স্মৰণীয়।

ধ্বনী
মোৰ চকুপানী ;
তাৰে
একোৰেই দিব নোৱাৰি।
প্ৰেমৰ সুগন্ধ
হৃদয়ত মাথো পাব পাৰি॥

( কবি হীৰেন ভট্টাচাৰ্য্য )

শেষত মোৰ কবিতা এটিৰেই এই স্মৃতিলেখা সামৰিলোঁ—

তোমাৰ প্ৰেম
মোৰ হৃদয়ত
শিৰাই শিৰাই তেজৰ লগত
তোমাৰ নিশ্বাস
তুমি মোৰ উশাহত নিশাহত
আমৃত্যু যি মোৰ পোহৰ জ্ঞানৰ
তোমাক সশ্ৰদ্ধ
প্ৰণাম প্ৰণাম প্ৰণাম

হাউলী হাইস্কুলৰ প্ৰাক্তন সাধাৰণ সম্পাদক শ্ৰীথনীন্দ্ৰ নাথ এগৰাকী সম্ভাৱনাপূৰ্ণ কবি। কবিতাৰ উপৰিও তেওঁ প্ৰৱন্ধ-পাতিও লিখে। অসম চৰকাৰৰ ৰেচম বিভাগৰ চাকৰিয়াল শ্ৰীনাথে চাকৰিৰ অৱসৰৰ মাজে মাজে নাট্য আৰু সঙ্গীত চৰ্চ্চাও অব্যাহত ৰাখিছে।

# হাউলী হাইস্কুলৰ অতীত সোঁৱৰণ আৰু কিছু প্ৰাসঙ্গিক কথা



অনিল ৰয়

হাউলী হাইস্কুলৰ সোণালী জয়ন্তী উৎসৱে মনত আনি দিলে জীৱনত পাহৰি যোৱা অতীতৰ অনেক কথা। মোৰ লিখাৰ আৰম্ভণিতেই স্মৰণ কৰিছোঁ পঞ্চাশ বছৰ আগতে যি সকল ব্যক্তিৰ আপ্ৰাণ চেষ্টাৰ ফলত এইখন পৱিত্ৰ অনুষ্ঠান হৈছে।

মোৰ জ্ঞাত-অজ্ঞাত অনেক জ্ঞানী-গুণী শুভাকাংক্ষী মহান ব্যক্তিৰ অক্লান্ত পৰিশ্ৰমৰ ফলত আজি আমি এই অনুষ্ঠানৰ যোগেদি জীৱন গঢ়াৰ এক সুগম পথৰ সন্ধান পাইছোঁ।

১৯৩৯ চনৰ ৩ মাৰ্চত হাউলী হাইস্কুল প্ৰতিষ্ঠা হোৱাৰ পিছৰে পৰা নানা সমস্যা আৰু ঘাত প্ৰতিঘাতৰ মাজেৰে আগবাঢ়ি অহা আজিৰ এই সোণালী জয়ন্তী উৎসৱত সেই সকল জীৱিত বা মৃত ব্যক্তিক আন্তৰিক শ্ৰদ্ধাৰে প্ৰণাম জনাইছোঁ।

মনত পৰে— পঞ্চাশ দশকৰ সেই বাল্য জীৱনৰ পঢ়াশালিৰ কথা, লৰালি স্বভাৱৰ কথা, মুকলি আকাশৰ তলত দল বান্ধি ঘূৰি ফুৰা কথা! শ্ৰেণীত বহি সতৰ্কতাৰে অপেক্ষা কৰা, শিক্ষক দেৱ অহাৰ লগে লগে ঠিয় হৈ নমস্কাৰ কৰা। মনত পৰে সেই সময়ৰ শিক্ষক সকলৰ প্ৰতিচ্ছবি পিন্ধন-উৰন আৰু আচাৰ-ব্যৱহাৰ। শ্ৰেণীত কঠোৰ শাসন আৰু মৰমৰ মাত কথা। এই দুয়োটাই আমাক উৎসাহিত কৰিছিল আৰু শিক্ষাৰ প্ৰতি আগ্ৰহী কৰি তুলিছিল। ভাহি উঠে সেই সময়ৰ হাউলীৰ প্ৰাকৃতিক দৃশ্য। বাট-পথ গছ-গছনিয়ে শোভা বৰ্দ্ধন কৰি ৰখা সেউজীয়া বৰণ।

হাউলী বৃহত্তৰ অঞ্চলৰ চাৰিওফালৰ পৰিবেশ আৰু প্ৰাকৃতিক ৰূপ সৌন্দৰ্য্যৰে পৰিপূৰ্ণ এখন সুবিস্তীৰ্ণ অঞ্চল।

হাউলী হাইস্কুল সাৰ্ব্বজনীন জাতীয়তা শিক্ষাৰ প্ৰতীক স্বৰূপ। বিভিন্ন সম্প্ৰদায়ৰ ল'ৰা-ছোৱালী শিক্ষা গ্ৰহণ কৰি উচ্চ শিক্ষাৰ শিখৰত উপনিত হৈ বিভিন্ন ধৰণৰ জ্ঞান অৰ্জ্জন কৰি আহিছে। এনেকি আমাৰ সমাজত ডক্টৰ, ডাক্তৰ, ইঞ্জিনিয়াৰ, অধ্যক্ষ, মন্ত্ৰী আদিৰ উদ্ভৱ হৈছে, এই স্কুলৰ শিক্ষা লাভৰ সাৰ্থকতা প্ৰতিপন্ন কৰিছে।

হাউলী অঞ্চলৰ বঙালী সম্প্ৰদায়ৰ উক্ত অনুষ্ঠান প্ৰতিষ্ঠা কৰাৰ সময়ত উপস্থিত থকা আৰু অনুষ্ঠানত অৰিহণা যোগোৱা সচেতন ব্যাক্তিসকলৰ নাম উল্লেখ কৰা হ'ল —

১) ৺ সদানন্দ সাহা (২) ৺ বনবিহাৰী সাহা (৩) ডাঃ ৺ ভবেশ চন্দ্ৰ ভৌমিক (৪) ৺ কুটীশ্বৰ সাহা (৫) ৺ নিকুঞ্জ বিহাৰী সাহা আদি। তেখেত সকলে স্কুলৰ উন্নতিৰ হকে কাম কৰিছিল।

ইয়াৰ পৰৱৰ্ত্তী কালৰে পৰা বৰ্ত্তমানলৈ স্কুলৰ উন্নতিৰ হকে কাম কৰি অহা আৰু হাউলীৰ বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত জড়িত সমাজকৰ্মী ব্যক্তিসকল হ'ল শ্ৰীসূৰ্য্যকান্ত কৰ্মকাৰ, তাৰাপদ সাহা, মৃণালকান্তি ভৌমিক আৰু অন্যান্য।

হাউলী বঙালী সম্প্ৰদায়ৰ ল'ৰা-ছোৱালী সদায়ে অসমীয়া ভাষা ভাল পায়। অসমীয়া মাধ্যমত শিক্ষা গ্ৰহণ কৰি উচ্চ শিক্ষা লাভ কৰি আছে।

মাজে সময়ে দেখা যায় যে অনা অসমীয়া ছাত্ৰ এজনে পৰীক্ষাত অসমীয়া বিষয়ত শ্ৰেণীত সৰ্ব্ব উচ্চ নম্বৰ পোৱাৰ সক্ষম হয়। হাউলীত বস-বাস কৰি বঙালী সম্প্ৰদায়ে অসমীয়া ভাষা, সাহিত্য, কলা-কৃষ্টি, অতিকৈ ভাল পায় আৰু জানিবলৈ বা শিকিবলৈ উৎসাহ আছে, তাৰ প্ৰমাণ হাউলীৰ বৃহত্তৰ সাৰ্ব্বজনীন সমাজ। হাউলীৰ বঙালী সকলে সদায় অসমীয়া ঘাই সুঁতিৰ লগত মিলি যাবলৈ, বৃহত্তৰ অসমীয়া জাতি গঢ়াত অৰিহণা দি আহিছে, দি থাকিব।

অসমীয়া ভাষা, সাহিত্য, কলা-কৃষ্টিৰ কথা ভাবি অসমৰ গড় কাপ্তানী মন্ত্ৰী মাননীয় শ্ৰীযুত অতুল বৰাদেৱৰ কথা মনত পৰিল। তেখেতে কৈছিল যে ৰাজস্থানৰ পৰা অসমত আহি মাৰোৱাৰী পৰিয়ালৰ এজন ল'ৰাই অসমৰ মাটিৰ গোন্ধ পাই অসমীয়া ভাষা, সাহিত্য, কলা-কৃষ্টি ভাল পাই তেওঁ নিজেই অসমীয়া জাতিৰ উন্নতিৰ হকে, অসমীয়া ভাষা, সাহিত্য, কলা-কৃষ্টিৰ সৃষ্টি সাধক হৈ পৰিল। এইজন ব্যাক্তি আছিল জ্যোতিপ্ৰসাদ আগৰৱালা। শ্ৰীবৰাদেৱে কৈছিল যে তেওঁৰ দৰে ভাল অসমীয়া আমিও হব পৰা নাই।

মই সোণালী জয়ন্তীৰ শুভ সন্ধিক্ষণত কবলৈ বিচাৰোঁ অসমত বাস কৰা বঙালী সম্প্ৰদায়ৰ বুদ্ধিজীৱি সকলে অসমীয়া ভাষা, সাহিত্য, কলা-কৃষ্টিৰ উন্নতি কল্পে আৰু অলপ মনোনিবেশ কৰা উচিত। বিশাল অসমীয়া ভাষা সংস্কৃতিৰ অংশীদাৰ হোৱা উচিত।

নিশ্চয় আমি আগবাঢ়ি যাব পাৰিম। অলপ হলেও অসম জননী তথা অসমীয়া সাহিত্য ভাণ্ডাৰত যৎকিঞ্চিত অৰিহণা যোগাব পাৰিম বুলি আমাৰ বিশ্বাস। অসমীয়া সাহিত্যিক, অসমীয়া কবি আমি কিয় হব নোৱাৰিম?

হাউলী হাইস্কুলৰ দীৰ্ঘায়ু কামনা কৰি মই আকৌ এই অনুষ্ঠানৰ প্ৰতিষ্ঠাপক, শুভাকাংখী হাউলী অঞ্চলৰ সকলো ৰাইজ আৰু সোণালী জয়ন্তী উদ্‌যাপন সমিতিৰ বিষয়ববীয়া, কৰ্মীসকলৰ সোণালী জীৱন কামনা কৰি আন্তৰিক শ্ৰদ্ধা নিবেদন কৰিলো। ধন্যবাদ—

"জয় আই অসম"

[ শ্ৰীঅনিল বয় হাউলীৰ এজন উদীয়মান অসমীয়া ভাষা, সংস্কৃতি প্ৰেমী যুৱক। অসমৰ অস্তিত্ব ৰক্ষা আন্দোলনৰ কালত শ্ৰী বয়ে বিভিন্ন কাকতত প্ৰবন্ধ-পাতি লিখি অসমীয়া জাতিৰ হকে মাত মাতিছিল। ]

# হাউলী হাইস্কুল, আঞ্চলিক উন্নতিত ইয়াৰ অৱদান

কাশীনাথ পাঠক

হাউলী অঞ্চল এটা বিস্তৃত ভূ-ভাগ। উত্তৰে মাছুৰা গাওঁ, হতাপাৰা আদি কেবাখনো গাওঁ; পূৰে শুকমানাহ, কুজাৰপীঠ, কমলপুৰ আদি বস্তী সমূহ; দক্ষিণে জাৰাবাৰী, দত্তকুছি আদি গাওঁৰ শাৰী আৰু পশ্চিমে বিখ্যাত বেকী নৈ — এই পৰিসীমাৰ ভিতৰত হাউলী অঞ্চল অৱস্থিত। ১৮৯৭ চনৰ প্ৰলয়ঙ্কৰ ভূমিকম্পৰ পাচতো বহুদিনলৈ এই ঠাইখণ্ড অটব্য হাবি-জঙ্গলেৰে ভৰপুৰ আছিল। নানা জাতৰ বিয়াগোম সাপ, বিভিন্ন শ্ৰেণীৰ বাঘ, গাহৰি, চৰাই সেই জঙ্গলৰ মাজত বিচৰণ কৰি ফুৰিছিল। তাহানিৰ অভয়াপুৰী, গৌৰীপুৰ আদি ঠাইৰ জমিদাৰসকলে দল-বল সহ আহি কেবাবাৰো এই ঠাইত চিকাৰ কৰি গৈছিল। আজি যি ঠাইত হাউলী হাই-স্কুলখন সগৌৰৱে থিয় হৈ আছে সেই ঠাইখণ্ডই উক্ত জমিদাৰ সকলৰ প্ৰধান মৃগয়া ভূমি আছিল।

ভূমিকম্পৰ পিচত দূৰ-দূৰণিৰ মানুহ আহি এই অঞ্চলত লাহে লাহে বসতি কৰিবলৈ ধৰিলে। তাহানিৰ পূৰ্ব্ববঙ্গৰ পৰা অহা বন্ধুসকলৰ কিছুমানেও এই হাউলী অঞ্চলতেই বসতি স্থাপন কৰি খিলঞ্জীয়া বাসিন্দা সকলৰ সৈতে মিলি পৰিল। সেই সময়ত এই অঞ্চলটোত কোনো শিক্ষানুষ্ঠান প্ৰায় নাছিলেই। ক'ববাত ক'ৰবাত দুই এখন প্ৰাথমিক বিদ্যালয় হয়তো আছিল। হাউলী হাইস্কুল স্থাপনৰ পূৰ্ব্বে এই স্কুলৰ ঠিক বিপৰীত ফালে চৰকাৰী আলিবাটৰ পূব দিশত এখন মজলীয়া বিদ্যালয় আৰু এখন মাইনৰ স্কুল আছিল, উত্তৰ দিশত এখন মোক্তাব আছিল— সেইখন আজিকালি আমবাৰী প্ৰাথমিক বিদ্যালয় নামে জনাজাত। হাইস্কুলখন স্থাপন কৰাৰ কেইবছৰমান পিচতে মাইনৰ স্কুলখন হাইস্কুলৰ লগত চামিল কৰা হ'ল। মজলীয়া বিদ্যালয়খনে এতিয়াও নিজৰ অস্তিত্ব ঘোষণা কৰি বৈ আছে।

শিক্ষাৰ ক্ষেত্ৰত তেনেই অনগ্ৰসৰ এই অঞ্চল-টোৰ ভৱিষ্যৎ চিন্তা কৰি কেইজনমান দূৰদৃষ্টি সম্পন্ন, ত্যাগী, নিষ্ঠাবান আৰু বিদ্যোৎসাহী সমাজ কৰ্ম্মীৰ চেষ্টাত হাউলী হাইস্কুল স্থাপন কৰা হ'ল। সেয়া ১৯৩৯ চনৰ ৩ মাৰ্চ তাৰিখ। সেই চনতেই ২ য় মহাসমৰৰ আৰম্ভ। মাত্ৰ সাতজন ছাত্ৰক লৈ সপ্তমমান শ্ৰেণী খুলি শিক্ষাদান আৰম্ভ কৰা হ'ল। আৰম্ভণীৰ পৰা ১৯৪৬ চনৰ আগভাগলৈ শিক্ষাৰ সাফল্য বিশেষ মন কৰিবলগীয়া বিধৰ নাছিল; অৱশ্যে তাৰ কাৰণো আছিল বহুত। ১৯৪৬ চনৰ মাজভাগত মাননীয় শ্ৰীযুত গৌৰীকান্ত

শৰ্ম্মাদেৱে প্ৰধান শিক্ষক স্বৰূপে আহি এই স্কুলত যোগদান কৰে আৰু তেতিয়াৰে পৰাই শৈক্ষিক পৰিৱেশে এটা সুস্থ ৰূপ ধাৰণ কৰে।

ছাত্ৰ-ছাত্ৰীৰ ভিতৰত গুপ্ত হৈ থকা বহুমুখী প্ৰতিভা বিকাশৰ কাৰণে শৰ্ম্মাদেৱে নতুন নতুন উপায় উদ্ভাৱন কৰিছিল। Class room library, Bulletin Board, Library & reading room তেওঁৰ উদ্ভাৱনৰ সাক্ষী। মাহেকত দুবাৰ মানকৈ ছাত্ৰসভা পাতি তৰ্ক কৰা, বক্তৃতা দিয়া, কবিতা লিখা, গল্প-জীৱনী লিখা ইত্যাদি বিষয়ে ল'ৰা-ছোৱালীক শিক্ষা দিয়া হৈছিল। দৈনন্দিন পাঠ দানৰ উপৰিও ল'ৰা-ছোৱালীৰ মন এইবোৰলৈ আগ্ৰহান্বিত কৰিবলৈ যত্ন কৰা হৈছিল। এইদৰে কিতাপৰ শিক্ষাৰ উপৰিও ল'ৰা-ছোৱালীক নানা ৰকমৰ খেলা-ধূলাৰ প্ৰতিও আকৃষ্ট কৰা হৈছিল। সমাজ-সেৱা শৰ্ম্মাদেৱৰ অতি প্ৰিয় কাৰ্য্য আছিল। ল'ৰা-ছোৱালীক সমাজ সেৱাৰ প্ৰতি আকৃষ্ট কৰিবলৈ বিদ্যালয়ৰ চৌহদ পৰিস্কাৰ কৰা, পঢ়া কোঠালী চাফা কৰা ইত্যাদি কাৰ্য্যত প্ৰায়েই ছাত্ৰ সকলক নিয়োজিত কৰিছিল। হাউলী নৰ্ম্মাল স্কুলৰ ছাত্ৰাবাসৰ দক্ষিণ কাষেদি চৰকাৰী আলিবাটটোৰ নাম 'ছাত্ৰপথ'। ছাত্ৰৰ হতুৱাই নিৰ্ম্মাণ কৰা এই পথটি শৰ্ম্মাদেৱৰ সমাজ সেৱাৰ নিদৰ্শন।

এইদৰে শাৰীৰিক, মানসিক উভয় প্ৰকাৰে ল'ৰা-ছোৱালীক সততে ব্যস্ত ৰাখিবলৈ যত্ন কৰা হৈছিল যাতে কোনো ৰকমৰ কুচিন্তাই সিহঁতৰ মনত বাঁহ লবলৈ সময় নাপায়। 'অলস মন চয়তানৰ কৰ্মক্ষেত্ৰ'। এনেবোৰ চেষ্টাৰ ফলস্বৰূপে এটা শিক্ষামুখী চেতনাই গা কৰি উঠিল। হাউলী হাইস্কুলে অগ্ৰণীৰ ভূমিকা লৈ এটা শৈক্ষিক বাতাবৰণ গঢ় লৈ উঠাত বৰঙণি যোগালে। চাওঁতে চাওঁতে সমগ্ৰ অঞ্চলটোত বহুতো হাইস্কুলৰ জন্ম হ'ল। সেইবোৰৰ বহুততেই এই স্কুলৰ পৰা উত্তীৰ্ণ হৈ যোৱা ছাত্ৰই শিক্ষাদান কাৰ্য্যত ব্ৰতী হৈছে।

এই অঞ্চলৰ একমাত্ৰ উচ্চ শিক্ষাৰ অনুষ্ঠান বৰপেটাৰোড্ হাউলী মহাবিদ্যালয়। এই মহা-বিদ্যালয়ৰ অধ্যক্ষ, উপাধ্যক্ষ আৰু কেবাজনো অধ্যাপক হাউলী হাইস্কুলৰ প্ৰাক্তন ছাত্ৰ। হাউলী হাইস্কুলৰ কাৰণে ই গৌৰৱৰ কথা নহয় জানো? শিক্ষাৰ ক্ষেত্ৰত বৰ্ত্তমান হাউলী অঞ্চলৰ যি অগ্ৰগতি ইয়াৰ মূলতে হাউলী হাইস্কুল। বৰ্ত্তমান এই অনুষ্ঠানখনে পুষ্পে-পত্ৰে পূৰ্ণ বিকশিত হৈ মহীৰুহ ৰূপে বিজয় ধ্বজা উৰাবলৈ লৈছে। এইবেলি ই পঞ্চাশ বছৰ বয়স পূৰ্ণ কৰিলে আৰু তাৰ পৰিপেক্ষিতত আমি সোণালী জয়ন্তী উৎসৱ পালন কৰি আনন্দ উপভোগ কৰিছোহঁক। কিন্তু ইয়াতেই আমাৰ কৰ্ত্তব্যৰ সামৰণি নপৰে। অনুষ্ঠানখনে যাতে সকলো দিশতে ক্ৰমাগতভাৱে উন্নতিৰ পিনে আগুৱাই গৈ থাকিব পাৰে তাৰ বাবে আমি সকলোৱে সচেষ্ট থাকিব লাগিব। শিক্ষক, পৰিচালনা সমিতি, পৃষ্ঠপোষক, সমাজৰ মুখীয়াল আৰু বিভাগীয় বিষয়া সকলোৰে সমবেত প্ৰচেষ্টাতহে অনুষ্ঠানখনৰ সৰ্ব্বাঙ্গীন উন্নতি সম্ভৱপৰ।

হাউলী হাইস্কুলৰ সৌৰভ দশোদিশে বিয়পি পৰক — ইয়াকে কামনা কৰিলোঁ।

জয়তু হাউলী হাইস্কুল।

---

[ শ্ৰীযুত কাশীনাথ পাঠক, হাউলী হাইস্কুলৰ প্ৰথম দল ছাত্ৰৰ এগৰাকী ছাত্ৰ। পিচত তেওঁ এই স্কুলতে শিক্ষকতা কাম কৰি অৱসৰ লয়। শ্ৰীপাঠক এই অঞ্চলতে বিদিত এজন সুদক্ষ ইংৰাজী শিক্ষক। লিখা মেলাতো এখেতৰ যথেষ্ট হাত আছে। বৰ্ত্তমান এখেত বিভিন্ন সামাজিক কামত জড়িত নেতৃস্থানীয় ব্যক্তি। ]

# শিক্ষাৰ আহিলা অভিধান

সত্যেন্দ্ৰ পাঠক

ভাষাই মানুহৰ মনৰ ভাৱ, আবেগ-অনুভূতি, হৰ্ষ-বিষাদ, আনন্দ-নিৰানন্দ, হাঁহি-কান্দোন, পোৱা-নোপোৱা, প্ৰেম-প্ৰীতি সকলো প্ৰকাশ কৰে। ভাষাৰ পিছত সাহিত্যৰ জন্ম। গছজোপা গজাৰ পাছতে ফল-ফুল পাওঁ। গতিকে যি জাতিৰ ভাষা উন্নত সেই জাতিৰ সাহিত্যও পিৰামিডৰ মূধচত। ইংৰাজী ভাষা উন্নত আৰু সমৃদ্ধ হোৱা হেতু তাৰ খ্যাতি বিশ্ববিয়পা।

ভাষা শিক্ষাৰ আহিলা অভিধান। আমি ইয়াত অসমীয়া ভাষাৰ অভিধানৰ বিষয়ে আলোচনা কৰিম। অভিধানৰ অৰ্থ হ'ল— য'ত ভালকৈ শব্দৰ অৰ্থ লিখা আছে। গতিকে যি পুথিয়ে আমাক শব্দৰ ব্যুৎপত্তি আৰু অৰ্থৰ ধাৰণা দিব পাৰে সেয়ে অভিধান। দেহৰ অঙ্গ থকাৰ দৰে ভাষাৰো অঙ্গ আছে। "শব্দাৱলী" ভাষাৰ অন্যতম অঙ্গ। অসমীয়া ভাষাৰ শব্দাৱলী হ'ল— তৎসম, তদ্ভৱ, দেশী আৰু বিদেশী। অভিধানে ইয়াৰ সাধাৰণ ব্যৱহাৰ আৰু বোধগম্যতাৰ কথা সুচায়।

অসমীয়া ভাষাৰ অভিধানৰ ধাৰা অতি চমুকৈ বৰ্ণনা কৰা হ'ল। সংস্কৃত ভাষাৰ "অমৰ কোষ" নামৰ অভিধানখনেই পৃথিৱীৰ প্ৰথম অভিধান বুলি অনুমান কৰা হয়। তাৰ আগতে কোনো দেশতে অভিধান ওলোৱা নাছিল। অসমীয়া ভাষাৰ কালৰাত্ৰিৰ সময়ছোৱাৰ শেষৰ পিনে ব্যাপ্‌টিষ্ট চাহাব সকলৰ আগমন হয়। তেওঁ-লোকৰ যত্নত অসমীয়া ভাষাই মূৰ দাঙি উঠে। ড° মাইলচ ব্ৰন্‌চন্‌ চাহাবে, ৺যাদুৰাম ডেকা বৰুৱাৰ সহায় লৈ, ইংৰাজী অৰ্থ লিখি এখন অভিধান প্ৰণয়ন কৰে। ইয়াৰ ছপাকাল ১৮৬৭ চন। এইখন অসমীয়া ভাষাৰ প্ৰথম অভিধান। অৱশ্যে ইয়াৰ আগতে ৺যাদুৰাম ডেকা বৰুৱাই প্ৰথম "বঙালী অসমীয়া অভিধান" ৰচনা কৰিছিল। তাৰ পিছত ৺ৰুচিনাথ কামৰূপীয়ে ১৮১০ চনত প্ৰথম "সংস্কৃত অসমীয়া কামৰূপী অভিধান" ৰচনা কৰিছিল। কিন্তু এই আটাইকেইখন অভিধানে অসমীয়া ভাষাৰ যথাৰ্থতা পূৰণ কৰিব পৰা নাছিল।

সুদূৰ ৩৩ বছৰ পাছত ১৯০০ চনত ৺হেমচন্দ্ৰ বৰুৱাই "হেমকোষ" অভিধান প্ৰণয়ন কৰে। এইখন অসমীয়া ভাষাৰ দ্বিতীয় অভিধান।

পিছৰ সংস্কৰণত ইয়াৰ শব্দ সম্ভাৰ বৃদ্ধি পাই ৩১, ০২০ টা পাইছিলগৈ । ভাষাৰ বাঢ়ন আৰু ব্যৱহাৰে শব্দ সম্ভাৰ বৃদ্ধি কৰে । হেমকোষে তাৰেই স্বাক্ষৰ বহন কৰিছে ।

"চন্দ্ৰকান্ত অভিধান" হেমকোষতকৈ ৩২ বছৰ পাছত ওলাইছে । ইয়াৰ মুঠ শব্দ সংখ্যা ৪০,০০০ মান হব । ই ৰাধাকান্ত সন্দিকৈৰ দানৰ মহান চানেকী । আধুনিক শব্দৰ পম খেদি ৰচিত হ'ল শ্ৰীগিৰিধৰ শৰ্মাৰ "অসমীয়া অভিধান" । এইখন অভিধানে গতানুগতিকতাৰ পৰা ফালৰি কাটি আহি বহুতো আধুনিক শব্দৰ পৰিচয় দিছে ।

স্কুলীয়া ল'ৰা-ছোৱালীৰ বাবে দৰ্কাৰী, শ্ৰীজ্যোতীন্দ্ৰ নাৰায়ন দত্তবৰুৱা সম্পাদিত (১৯৭৭ চনত) আন এখন গ্ৰন্থ 'সংক্ষিপ্ত অভিধান" । নতুন শব্দ-সম্ভাৰ থকাৰ উপৰিও ইয়াত অসমীয়া বৈজ্ঞানিক পৰিভাষাৰ শব্দৰ তালিকা এখনো আছে । দত্তবৰুৱাৰ এই কামে ছাত্ৰ-ছাত্ৰীৰ নিশ্চয় উপকাৰ সাধিছে ।

কালক্ৰমত নানান ভাষাৰ প্ৰভাৱত অসমীয়া সাহিত্যত বহুতো নতুন কথাৰ প্ৰসঙ্গ আহি পৰিল । এনে কথাৰ প্ৰয়োজনীয়তা অনুভৱ কৰি আব্দুছ ছাত্তাৰে 'প্ৰসঙ্গ কোষ' নামেৰে এখন শব্দকোষ ৰচনা কৰিলে । ইয়াত মুঠ ২,০৪১ টা প্ৰসঙ্গ আছে । এইখন অসমীয়া ভাষাৰ প্ৰথম শব্দকোষ । ইয়াত পুৰাণ আৰু পৃথিৱীৰ ইতিহাস প্ৰসিদ্ধ ব্যক্তিৰ চমু পৰিচয় আছে । ই শিক্ষক আৰু শিকাৰুৰ হাতপুথি যেন ।

ড° শ্ৰীহৰিনাথ শৰ্ম্মাদলৈ প্ৰণীত "ভাৰত-কোষ" অসমীয়া ভাষাৰ দ্বিতীয় শব্দকোষ । ইয়াত আঢ়ৈ হাজাৰ বৈদিক, পৌৰাণিক, ঐতিহাসিক ব্যক্তি প্ৰমুখ্যে নানান শব্দৰ অৱতাৰণা কৰিছে ।

ইয়াৰ পাছত শ্ৰীবেণুধৰ ৰাজখোৱাৰ "অসমীয়া খন্দবাক্য কোষ" অসমীয়া ভাষালৈ এক সুচিন্তাৰ ফল । শ্ৰীধৰ্ম্মেশ্বৰ কটকী আৰু শ্ৰীকমল চন্দ্ৰ শইকীয়া সম্পাদিত "আধুনিক অসমীয়া শব্দকোষ" স্কুলীয়া ল'ৰা-ছোৱালীৰ বাবে এখনি উপযুক্ত শব্দকোষ ।

ওপৰৰ আলচটিৰ পৰা দেখা যায় যে ভাষা স্থিতিশীল নহয় ; ই গতিশীল । সভ্যতা সংস্কৃতিৰ ক্ৰমোন্নতিৰ ফলত ভাষাই নতুন নতুন শব্দ গঢ়ে । মানুহৰ ভাৱাবেগৰ প্ৰাচুৰ্য্যৰ তাড়নাই, সময়ত ঝঙ্কাৰত পৰিণত হয় । ঝঙ্কাৰেই ধ্বনি-প্ৰবাহৰ ফলত শব্দত পৰিণত হয় । যুগে যুগে মণিষী সকলে ন ন শব্দৰ সৃষ্টি কৰে । এনে চেতনাৰে ছেক্সপিয়েৰে নতুন শব্দৰ সৃষ্টি কৰিছিল । এইদৰে ভাষা-সাহিত্যই প্ৰগতিৰ পথ লয় ।

আজি বাস্তৱিকতে অসমীয়া ভাষাত এখন বৈজ্ঞানিক ভিত্তিত ৰচিত সমৃদ্ধ আৰু সু-উন্নত অভিধানৰ অতীৱ প্ৰয়োজন । এই মহান কৰ্ত্তব্য পালন কৰিবলৈ আমি ভাষাবিদ্ সকলক শ্ৰদ্ধাৰে আহ্বান কৰিছোঁ ।

( প্ৰৱন্ধটো যুগুত কৰোঁতে বিভিন্ন গ্ৰন্থৰ সহায় লোৱা হৈছে । )

লিখক –



[ শ্ৰীসত্যেন্দ্ৰ পাঠক হাউলী হাইস্কুলৰ প্ৰাক্তন ছাত্ৰ । বৰ্ত্তমানে হাউলী ছোৱালী হাইস্কুলৰ এজন প্ৰবীণ শিক্ষক । শ্ৰী পাঠক হাউলী সাহিত্য সভা পত্ৰিকাৰ সম্পাদক আছিল । এখেত বিভিন্ন সামাজিক আৰু ধৰ্ম্মীয় অনুষ্ঠানৰ এজন নিষ্ঠাবান কৰ্ম্মী । ]

# সোনালী স্মৃতি

❁ কমল দাস

উৎকৃষ্ট ব্যক্তি গঢ়ি সুন্দৰ সমাজ গঠন কৰাৰ অনুষ্ঠান হ'ল শিক্ষানুষ্ঠান। হাউলী হাইস্কুলে আজি অৰ্দ্ধ শতাব্দী অতিক্ৰম কৰাৰ দোক-মোকালিত হাইস্কুলীয়া জীৱনৰ কিছুমান সোণালী স্মৃতি মানস পটত ভাঁহি উঠিছে।

হাইস্কুলীয়া জীৱনৰ আটাইতকৈ মধুৰ স্মৃতি হ'ল স্কুলৰ কেইগৰাকীমান শিক্ষা গুৰুৰ উৎসাহ-উদ্দীপনা। তেখেতসকলে তথাকথিত পঢ়া-শুনাৰ বাদেও অন্যান্য বিষয়ত ( খেল-ধেমালি, শঙ্কৰদেৱৰ, মাধৱদেৱৰ জন্মোৎসৱ, সৰস্বতী পূজা, আকস্মিক বক্তৃতা, তৰ্ক প্ৰতিযোগিতা, বছৰেকীয়া ছাত্ৰ সভা ইত্যাদি ) উৎসাহ দি আগবঢ়াই দিছিল আৰু সহযোগ কৰিছিল। ইয়াৰ ফলত এক বন্ধুত্ব-পূৰ্ণ প্ৰীতিৰ পৰিবেশ পাইছিলোঁ আৰু বিভিন্ন বিষয়ত প্ৰতিভা বিকাশৰ পথ সুগম হৈছিল।

হাইস্কুলীয়া জীৱনৰ বিচিত্ৰ অভিজ্ঞতাৰ স্মৃতি হ'ল বছৰেকীয়া ছাত্ৰ সভাখন। ইয়াৰ বাবে অনুষ্ঠিত হোৱা খেল-ধেমালি, আকস্মিক বক্তৃতা, তৰ্ক, একাঙ্কিকা নাট প্ৰতিযোগিতা আদি বিভিন্ন বিষয়ৰ প্ৰতিযোগিতাই বিভিন্ন বিষয়ত প্ৰতিভা বিকাশৰ পথ মুকলি কৰি দিছিল। ছাত্ৰ সভাৰ মুকলি সভাৰ স্কুলৰ বাহিৰৰ বিশিষ্ট ব্যক্তিৰ উপস্থিতিৰে এক সুন্দৰ বাতাবৰণৰ সৃষ্টি হৈছিল। এই ব্যক্তি সকলৰ পৰা বহুতো কথা শিকিব পাৰিছিলোঁ। সাধাৰণ সম্পাদকৰ দায়িত্ব বহন কৰি এনেকুৱা ছাত্ৰ সভা অনুষ্ঠিত কৰি ৰাহি ধনেৰে মঞ্চৰ লাগতীয়াল কাপোৰ কিনাৰ স্মৃতিয়ে সামাজিক দায়িত্বৰ কথা আজিও সোঁৱৰাই দিয়ে।

স্কুলীয়া প্ৰতিযোগিতাবোৰ বাদ দি আন্তঃ জিলা বিদ্যালয় প্ৰতিযোগিতালৈ যাওঁতে স্কুলীয়া দলটো ভাৰপ্ৰাপ্ত শিক্ষক এজনৰ তত্বাৱধানত প্ৰতিযোগিতা স্থানলৈ গৈ শিবিৰ পাতি থাকিব লগা হৈছিল। এই শিবিৰত কটোৱা দিনবোৰ ৰন্ধা-বঢ়াৰ পৰা কাপোৰ কানি ধোৱা আদি নিজৰ লাগতীয়াল কামবোৰ নিজে কৰি স্ব-নিৰ্ভৰ-শীলতাৰ, শৃঙ্খলাবোধৰ ডাঙৰ শিক্ষা পোৱা গৈছিল। বিভিন্ন ঠাইৰ সমনীয়া ল'ৰাৰ লগত একেলগে এসপ্তাহমান কটাই সহনশীলতাৰ আভাষ পাইছিলোঁ। ভাৱৰ আদান-প্ৰদানেৰে বহুত অভিজ্ঞতা হৈছিল। স্কুলীয়া জীৱনত ছাত্ৰৰ

এনেকুৱা শিবিৰ কটোৱাৰ অভিজ্ঞতাৰ প্ৰয়োজনীয়তা আছে।

স্কুলত উদ্‌যাপিত কিছুমান উৎসৱ-পূজাত যোগদান কৰাৰ স্মৃতিও বৰ প্ৰেৰণাদায়ক। বিশেষকৈ সৰস্বতী পূজা। এই পূজাৰ আয়োজন বৃহৎ। ইয়াৰ বাবে আমি গাৱেঁ গাৱেঁ গৈ মানুহক খুজি নিজে বাঁহ কাটি আনিছিলোঁ। প্ৰয়োজনীয় ৰভা আদি নিজে সাজিছিলোঁ। বজাৰ কৰিছিলোঁ। পূজাৰ আগদিনাখন ৰাতি স্কুলত কটাই পূজাৰ প্ৰসাদৰ বাবে নাৰিকল, কল, তৰকাৰি আদি কাটি-কুটি যতনাই দিছিলোঁ। বাহিৰৰ পৰা অনা বান্ধনিয়ে ৰান্ধিছিল। পূজাৰ দিনাখন পূজা কৰিছিলোঁ। প্ৰসাদ বিতৰণ কৰিছিলোঁ। এনেদৰে সমূহীয়া কামত যোগদান কৰি পোৱা তৃপ্তিয়ে সমাজৰ প্ৰতি সচেতনতা বঢ়ায় বুলি আজিও স্মৃতিয়ে সোঁৱৰাই দিয়ে।

এনেকুৱা সোণালী স্মৃতিয়ে বোকোচাত উঠি ৰঙীন ভৱিষ্যতলৈ আগবঢ়াৰ প্ৰেৰণা যোগোৱা বাবে হাউলী হাইস্কুললৈ অশেষ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। 

[ শ্ৰীকমল দাস হাউলী হাইস্কুলৰ প্ৰাক্তন ছাত্ৰ। অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনৰ আৰম্ভণিতে এওঁ হাউলী হাইস্কুল ছাত্ৰ একতা সভাৰ সম্পাদক আছিল। শ্ৰী দাসৰ পঢ়া-শুনা, লেখা-মেলাত বিশেষ ৰাপ আছে। ]

# ॥ হাউলীৰ চমু ইতিবৃত্ত ॥

ভূমিধৰ দাস

হাউলী বোলোতে বিখ্যাত বীৰ শ্বহীদ চণ্ডীনাৰায়ণ বৰুৱা, চণ্ডীনাৰায়ণৰ লগত বৰনগৰৰ ঐতিহ্য, বৰনগৰৰ লগত কোচৰজা নৰনাৰায়ণ, ৰঘু-দেৱৰ কথা, কোচৰজাৰ লগত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ ঃ চতুৰ্ভূজ ঠাকুৰ আৰু মোগল তথা আহোম ৰজাবো সম্পৰ্কবোৰ নিবীড়ভাৱে জড়িত হৈ আছে। আজিৰ হাউলী, বিখ্যাত মনোমতী উপন্যাস খ্যাত হাউলী। ষোড়শ শতিকাৰ বৰনগৰ এক ঐতিহ্যপূৰ্ণ স্থান। এই স্থানৰ লগত, এই পৰগণাৰ গাৱেঁ গাৱেঁ, চুবুৰীয়ে চুবুৰীয়ে অনেক ঐতিহাসিক কাহিনী, কিংবদন্তি বা জনশ্ৰুতিমূলক কাহিনী জড়িত হৈ আছে।

বৰনগৰ স্থাপনৰ গুৰিতে হ'ল কোচৰজা নৰনাৰায়ণ। কথিত আছে নৰনাৰায়ণে শনিৰ দৃষ্টিৰ পৰা ৰক্ষা পাবলৈ, আৰু চৰিত পুথিমতে ৰজাই চত্ৰভঙ্গ দোষৰ পৰা মুক্তি পাবলৈ বাৰ বছৰ ৰাজধানীৰ বাহিৰত থাকিব লগা হৈছিল। সেয়ে কোচবিহাৰৰ মাটি-পানীৰ লগত মিল থকা ঠাই বিচাৰি মনোমোহা এই স্থানতে উপ ৰাজধানী পাতিছিল। তেতিয়াৰ পৰাই এইখন বৰনগৰ হলগৈ।

নৰনাৰায়ণৰ শেষ কালত পুত্ৰ জন্মিল। তাকে দেখি দেৱান চিলাৰায়ৰ পুত্ৰ ৰঘুৰ ইৰ্ষা হ'ল। নিজকে ভৱিষ্যতৰ উঠি ৰজা বুলি ভাবি থকা ৰঘুৱে ফন্দি কৰিলে। বিদ্ৰোহী অন্তৰ লৈ ৰঘুদেৱে 'ফুৰুহা' খোৱাৰ অজুহাত দেখুৱাই মহাপয়োভৰে সৈন্য-সামন্ত লৈ বৰনগৰৰে ওচৰৰ ঘিলানগৰলৈ আহিল ১৫৮১ খৃঃ মানত। লগত আনিলে কবীন্দ্ৰ পাত্ৰ, যুধিষ্ঠিৰ ভাণ্ডাৰ কায়স্থ, শ্ৰীৰাম লস্কৰ, গদাধৰ চাওনীয়া ৰূপাবৰ, সোণাবৰ, গোপাল কবিৰাজ, গদাই বৰকায়স্থ আদি বিশিষ্ট কিছুলোকক। ভিতৰি ইচ্ছা স্বয়ং ৰজা হৈ ৰাজপাট খোৱাৰ। ঘিলা বৰবাৰীত বৰবাৰী পাতি বহি গ'ল। ঘিলাৰ ওচৰতে জয়পুৰ গাওঁ। তাৰে ওচৰতে হ'ল ৰায়পুৰ। ৰঘুদেৱ ৰায়ৰ স্মৃতিতে ৰায়পুৰ নাম হোৱাৰ থল আছে। পাচত ৰঘুৰায়ে ইয়াতেই দুৰ্গ সাজি সেইবোৰক লগ লগাই ঘিলা-বিজয়পুৰ নাম দিলে। চৰিত পুথিতো এই নামৰ উল্লেখ আছে। ৰঘুৰায়ে "ছোটৰজা" উপাধি লৈ মোহৰ মাৰিলে।

বৃদ্ধকালত পৰিয়ালৰ ভিতৰতে এনে সংকট সৃষ্টি হোৱাত মহাৰাজ নৰনাৰায়ণে ৰাজ্য দুভাগ কৰি সোণকোষৰ পশ্চিম অংশ নিজ পুত্ৰ লক্ষ্মী নাৰায়ণৰ বাবে ৰাখি পূৰৱ খণ্ড ভতিজা ৰঘুদেৱক দিলে। এই খণ্ডৰ মুখ্য ৰাজধানী পাচত হৈছিল গৈ হাজো। সেয়ে এই খণ্ডক কোচ-হাজো ৰাজ্যও বোলা হৈছিল। পিছে ৰজা হ'লেও ৰঘুৱে নিজৰ দোষতে সুখেৰে ৰাজভোগ খাই থাকিব নোৱাৰিলে। ৰঘু লক্ষ্মীনাৰায়ণৰ বৈৰীতাই কোচৰাজ্যক বিনাশপ্ৰাপ্ত কৰি মোগল-আহোমক সুবিধা দিলে।

কোচ হাজোৰ ৰজা বলিত নাৰায়ণ আহোমৰ কৰতলীয়া হোৱা কথা শুনি ক্ৰুদ্ধ হৈ দিল্লীশ্বৰ জাহাঙ্গীৰে দৰঙ্গী-কোচ ৰাজ্য আক্ৰমণৰ আদেশ দিলে। সেইমতে মুছলমান সেনাপতি আবুবক্কৰৰ লগত পশ্চিমৰ কোচসৈন্য আৰু পাণ্ডুৰ ৰজা সত্ৰাজিত লগ লাগিল। ধৰ্মনাৰায়ণে আহোমৰ সহায় বিচাৰিলে। এই যুদ্ধত আবুবক্কৰৰ লগতে সত্ৰাজিতৰো মৃত্যু হ'ল। আহোমে ৰাজ্য দখল কৰি গুৱাহাটীত নিগাজীকৈ 'বৰফুকন' বিষয়া নিযুক্তি কৰিলে ১৬১৭ চনত।

এইখিনিতে সত্ৰাজিতৰ কথা কব লাগিব, কাৰণ তেওঁৰ লগতে চণ্ডীবৰুৱাৰ কথা জড়িত আছে। চণ্ডীবৰুৱাৰ উপৰি পুৰুষ কনৌজৰ পৰা অহা বুলি কোৱা হলেও, এতিয়ালৈ সেই তথ্য ইতিহাস প্ৰমাণিত হোৱা নাই। দৰং ৰাজ-বংশাৱলী মতে বংশলতাৰ আদিপুৰুষজন প্ৰতাপ ভূঞা হল ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ পাণ্ডুৰ অধিবাসী। কোচৰাজ বিশ্বসিংহই আকস্মিতে ভাতৃ শ্বেতধামক হত্যা কৰাত ভয় পাই, প্ৰতাপে পলাই গৈ দৰং জিলাৰ বিশ্বনাথত থিতাপি লৈছিল। বিশ্বনাথৰ প্ৰতাপ গড়টোৱে সেই স্মৃতি অদ্যাপি বহন কৰি আছে। কালক্ৰমত চিলাৰায়ৰ পৰামৰ্শ অনুসৰি এই প্ৰতাপ ভূঞাকে নৰনাৰায়ণে নিজ ৰাজ্যত ভূঞাগিৰি কৰাৰ অনুমতি দিয়ে।

প্ৰতাপৰে বংশৰ সত্ৰাজিত পাণ্ডুৰ থানাদাৰ হৈছিল। সৰু ৰজাও আখ্যা পাইছিল। মোগল আহোমৰ দীঘলীয়া যুদ্ধবোৰৰ সুযোগ লৈ দুয়ো পক্ষকে চল-চাতুৰী কৰি সুবিধা লব খোজা হেতু পাচত দুয়োপক্ষৰে অবিশ্বাসৰ পাত্ৰ হৈছিল সত্ৰাজিত। উত্তম তেওঁৰে পুত্ৰ বুলি জনা যায়। আন এজন পুত্ৰ হ'ল শ্ৰীনাৰায়ণ।

১৬৩৮ খৃঃ ত ঢাকাৰ নবাবে পুনৰ আক্ৰমণ কৰাৰ ইচ্ছাৰে সেনাপতি মিৰ জয়নুদ্দিন আৰু চিলেটৰ ফৌজদাৰ মোঃ জামালক পঠাই দিলে। উত্তমেও তেওঁলোকৰ লগ লাগিল। কিন্তু যুদ্ধত পৰাজয় হ'ল। ধৰ্মনাৰায়ণে খংলাই চেতিয়াৰ লগত লাগ লাগি উত্তমৰ সমস্ত ধন-সম্পত্তি কাঢ়ি লৈ গৈছিল। এই যুদ্ধতে বৰনগৰো পুৰি ধ্বংস হৈ যায় আৰু কোচ ৰজা জয়নাৰায়ণৰো মৃত্যু হয়। ফৌজদাৰ জামালে উত্তমক বৰনগৰৰ জমিদাৰ পাতি থৈ যায়। আহোম মোগলৰ সন্ধি মতে বৰনদীয়েই সীমা হয় আৰু বৰনগৰ আহোমৰ অধীনলৈ গৈছিল।

পৰ্বত নাৰায়ণ, সূৰ্য্য আৰু কৃষ্ণ নাৰায়ণ বুলি উত্তমৰ কেবাজনো পুত্ৰ আছিল। শৰাই ঘাটৰ যুদ্ধৰ পিছত মানাহ নদী মোগলৰ-আহোমৰ সীমা হিচাবে চিহ্নিত হ'ল। বৰনগৰ আহোমৰ অধীন হৈ থাকিল। পৰ্বতৰ পুত্ৰ সোম নাৰায়ণ আহোম ৰজাৰ দুৱলীয়া বৰুৱা আছিল। তেওঁৰে

পুত্ৰ জয় নাৰায়ণ আৰু নাতি জগত নাৰায়ণ। এই জগত নাৰায়ণৰ পুত্ৰ বিখ্যাত চণ্ডী নাৰায়ণ বৰুৱা।

চণ্ডী বৰুৱাৰ দিনতে হাউলীৰ চৰম উত্থান আৰু পতন দুয়োটাই সংঘটিত হৈছিল। তেওঁ নিজে শক্তিমন্ত, ব্যক্তিত্ব সম্পন্ন পুৰুষ আছিল। সেই অনুযায়ী চেহেৰা পাতিও সুন্দৰ সুঠাম। পাত-বৰণীয়া মুখমণ্ডলত প্ৰকাণ্ড গোফ কোচাৰে সৈতে বাহুবলী ডেকা পুৰুষ, বিষ্ণুৰ উপাসক, ধৰ্মপ্ৰাণ লোক।

১৮২৪ চনত মানৰ লগত হোৱা শেষ যুদ্ধত চণ্ডী বৰুৱা নিহত হয়। সেই সময়ত তেওঁ মহা পৰাক্ৰমী পুৰুষ। কিন্তু মানক তেওঁ স্থিৰ বুদ্ধিৰে ভেটা দিয়াৰ সুযোগ নাপালে। তেওঁৰ প্ৰবল প্ৰতিদণ্ডী আছিল যুগীৰ পামৰ হলকান্ত বৰুৱা। নিজৰ নাক কাটি সতিনীৰ যাত্ৰা ভঙ্গ কৰা চৰিত্ৰৰ এই হলকান্তই ব্যক্তিস্বাৰ্থ পূৰণাৰ্থে দেশৰ শত্ৰু মানক আগবঢ়াই আনি গোপনে পথ দেখুৱাই হঠাতে চণ্ডী বৰুৱাৰ হাউলী আক্ৰমণ কৰোৱালে। চণ্ডী বৰুৱা মানৰ হাতত বন্দী হ'ল। বন্দী কৰি ময়নবৰীলৈ নি তেওঁক নৃশংস ভাৱে পুৰি মাৰিলে। পাচবছৰীয়া শিশু পুত্ৰ যজ্ঞ নাৰায়ণক লৈ পৰিয়ালটোৱে কোনোমতে পলাই বিজনী জমিদাৰৰ আশ্ৰয় ললে। বিপদগ্ৰস্ত, অনাথ পৰিয়ালটোক আশ্ৰয় দিলে জমিদাৰে। তাৰে কিছুদিন পিছতেই পৰিয়ালটো গৌৰীপুৰলৈ গুচি গ'ল।

হৰিনাৰায়ণ দত্তবৰুৱাৰ 'কায়স্থ সমাজৰ ইতিবৃত্তি'ত চণ্ডী বৰুৱাৰ হাউলীৰ ছাৰিপুৰা মাটি জোৰা টোলৰ চিত্ৰ অঙ্কণ কৰা আছে। তাত বৰুৱাৰ টোল, বাগিছা, চৰাঘৰ, বুলনিঘৰ, ৰৰ ঘৰ, পুখুৰী, প্ৰাৰ্থনা মন্দিৰ, ভঁৰাল, সৈন্যৰ চাউনী আদি নিৰ্দ্দিষ্ট কৰি দেখুৱা আছে। চণ্ডী বৰুৱাৰ নিজা টোল থকা ঠাইখিনিক বৰুৱাবাৰী বোলা হৈছিল। সাধাৰণতে পূৱে ভৱানীপুৰ, পশ্চিমে বেঁকীনৈ, উত্তৰে, শিমলাগুৰী আৰু দক্ষিণে দাবালিয়াপাৰাই সামৰা ঠাইখণ্ডকে হাউলী অঞ্চল বোলা হয়। প্ৰকৃততে চণ্ডীবৰুৱাৰ হাউলী শব্দ-টোৰ পৰাই গাওঁৰ নাম হাউলী হৈছে। এইজন বীৰ শ্বহীদৰ স্মৃতিকে সুঁৱৰী হাউলীত নিৰ্মিত হৈছে "চণ্ডীবৰুৱা স্মৃতিভৱন" ১৯৫৪ চনত।

বৰফুকনৰ অধীনত থকা কামৰূপৰ পৰগণা-বোৰৰ ভিতৰত বৰনগৰ অন্যতম আছিল। বৰ-ফুকনে বৰনগৰত বৰুৱা, চৌধুৰী, পাটোৱাৰী আদি ৰাজ বিষয়া নিযুক্তি দি এইবোৰ ৰাজ্যাংশ শাসন কৰিছিল। ১৮৩৩ চনত ৰবাৰ্টচন চাহাবে জিলা বিভাগ কৰোতে বৰনগৰক কামৰূপ জিলাৰ অন্তৰ্ভূক্ত কৰে।

এইদৰে বৰনগৰ অঞ্চল কোচৰজাৰ দিনৰ পৰাই অনেক ক্ষেত্ৰত ঐতিহ্যপূৰ্ণ আছিল। কিন্তু শেষ মানৰ আক্ৰমণ আৰু ১৮৯৭ চনৰ প্ৰবল ভূমিকম্পই অতীতৰ সমস্ত ঐতিহ্যকে ধূলিস্যাৎ কৰি দিলে, তাৰ পাচত এক বিৰাট পৰিবৰ্ত্তন ঘটি গ'ল। ভূমিকম্পত ইয়াৰ পশ্চিম আৰু দক্ষিণ অঞ্চল বহি যোৱাত মানুহৰ বসতিৰো পৰিবৰ্ত্তন ঘটিছিল। জন শূন্য সেই ঠাইবোৰ অটব্য ঝাৰণীত পৰিণত হ'ল। সেয়ে আজি ঘিলাঝাৰ, নগৰঝাৰ, বৰবাৰীঝাৰ, বৰুৱাঝাৰ, অনেক ঝাৰ হ'ল।

কিন্তু ইয়াৰেই ঘিলাত মহাপুৰুষ শংকৰদেৱে চাৰিমাহ কাল বসতি কৰিছিল। ৰজা নৰনাৰায়ণৰ

লগত দেখা সাক্ষাত কৰিছিল আৰু চিলাৰায়ে শৰণ লৈছিল। ইয়াতেই ৰঘুৰায়ে ৰাজধানী পাতি থকা কালত মহাপুৰুষৰ নাতি চতুৰ্ভূৰ্জ ঠাকুৰে একশৰণ হৰিনাম ধৰ্ম্ম প্ৰচাৰ কৰি থিলাসত্ৰ স্থাপন কৰিছিল। ভূমিকম্পৰ পাচত বিধ্বংস হোৱা সেই সত্ৰখনি ১৯১০ চনত ৰহালৈ স্থানান্তৰিত কৰি নতুনকৈ স্থাপন কৰা হৈছে, য'ত এতিয়াও ঠাকুৰৰ হস্তাক্ষৰযুক্ত 'গুণমালা' পুথি ৰক্ষিত হৈ আছে। শংকৰদেৱৰ পাচতে লেখত লব লগা বিদগ্ধ সংস্কৃত পণ্ডিত, স্থানীয় ভাষাৰ গদ্য সাহিত্যৰ পথ-প্ৰদৰ্শক বৈকুণ্ঠ নাথ ভট্টদেৱ বৰনগৰ পৰগণাৰে (হাউলীৰ ৪ মাইলমান পশ্চিমত) ভেৰাগ্ৰামত ডাঙৰ দীঘল হৈছিল। নিজৰ লিখিত তত্বমূলক অলেখ গ্ৰন্থৰে তেওঁ যুগমীয়া কীৰ্ত্তি ৰাখি গৈছে। আন প্ৰকাৰে, হাউলী অঞ্চল তীৰ্থক্ষেত্ৰ স্বৰূপ। কাৰণ, ইয়াৰ চাৰিওকাষ আৱৰি আছে বহুতো সত্ৰই।

বৰপেটা হাউলী পথৰ পশ্চিমে থকা সাথিজানা বা হাথিজানা অঞ্চল সম্পৰ্কেও কিম্বদন্তি আছে। এই অঞ্চলৰে পোৱালী ৰজা ৰমাকান্ত বা কান্তেশ্বৰে সতী ৰাধিকাৰ মাহাত্ম্যৰ কথা শুনি স্মৃতি-শ্ৰদ্ধা ৰক্ষাৰ্থে ৰাধিকাৰ পুত্ৰ ৰামধন লহকৰক সাথিজানা আৰু মন্দিয়া পৰগণা দান কৰিছিল। এই পৰগণা ভোগ দখল কৰি থকা ৰামধনৰ বংশধৰ সকল ভূমিকম্পৰ পাচত নিখোজ হৈ পৰিল। এতিয়া এই অঞ্চল ন-অসমীয়া বাসিন্দাৰ দখলত।

গছ-গছনিৰ ঝাৰণী-অৰণ্যবোৰ ক্ৰমাগত ভাবে লোকাৰণ্যত পৰিণত হ'ল। অৱশেষে সেই-বোৰ ঠাই কৃষি বাণিজ্যৰো ভঁৰাল হৈ পৰিল। নতুন ৰাষ্ট্ৰীয় পথটো মাজেৰে পাৰ হৈ যোৱা হেতু বৰ্ত্তমান হাউলী অসমৰ এখনি প্ৰখ্যাত বেপেৰুৱা ঠাই। সেয়ে হাউলীৰ বজাৰ অসমৰ ভিতৰতে বৃহত্তম। হাউলীত গঢ়ি উঠা মাৰ্কেটিং চোচাইটিও অসমত দ্বিতীয় গুৰুত্বপূৰ্ণ হৈছে। হাউলীৰ মৰাপাট আৰু চুপাৰীৰ কাৰবাৰ সমগ্ৰ ভাৰততে সুখ্যাত। গুৱাগাছাত আধাৰ শিলা স্থাপনতে সামৰি থোৱা মৰাপাট কলটোৱে উকৃমুকনি দি জাগি উঠিলে, তাৰ ব্যাপক প্ৰভাৱ হাউলীৰ অৰ্থনীতিত পৰিব নিশ্চয়।

এই শতিকাৰে দ্বিতীয় দহকৰ পৰাই ভূমিকম্পত বিধ্বংস হাউলীয়ে পুনৰ জাগৰিত হবলৈ আৰম্ভ কৰে। নিজৰ উন্নতিৰ লগতে স্বদেশৰ উন্নতি মঙ্গলাৰ্থেও আগবাঢ়ে। তাৰ ফল স্বৰূপে স্বাধীনতা আন্দোলনত উল্লেখযোগ্য সহাৰি যোগায়। প্ৰথম স্বাধীনতা যুজৰ সময়তে দলাগাওঁ নিবাসী ৺ দীনবন্ধু দাসৰ উদ্যম, কৰ্ম্ম প্ৰেৰণাত সমগ্ৰ অঞ্চলতে জাতীয় জাগৰণৰ উদ্ৰেগ হৈছিল। দ্বিতীয় মহাসমৰৰ পাচত ১৯২৯ চনত হাউলীত কংগ্ৰেছ মহাসভাৰ শাখা খোলা হয়। এই ক্ষেত্ৰত বৰপেটাৰ বিশিষ্ট কংগ্ৰেছ কৰ্মীসকলৰ অৰিহণা উল্লেখযোগ্য। ১৯৪২ চনৰ গণ-বিপ্লৱতো হাউলীৰ অৱদান যথেষ্ট। সেই সময়তে হাউলী হাইস্কুলটো স্থাপনক কেন্দ্ৰ কৰি নেতৃস্থানীয় মুছলমান আৰু হিন্দুৰ সহায়ত অঞ্চলটোৰ সম্প্ৰীতি ৰক্ষা কৰি ৰাখিছিল ৰাইজে। দেশৰ এনে সংকট মূহুৰ্ত্তত হাউলীৰ এই গৌৰৱপূৰ্ণ দায়িত্ব পালনৰ কথা চিৰস্মৰণীয় হৈ ৰব।

ঐতিহ্যপূৰ্ণ হাউলী অঞ্চলটোৱে শিল্প-সংস্কৃতি শিক্ষাৰ ক্ষেত্ৰতো ক্ৰমাগত প্ৰসৰতা লাভ

কৰি আহিছে। বৰনগৰ অঞ্চল এসময়ত ৰূপহী কাপোৰ আৰু ৰেচম শিল্পতো অসম বিখ্যাত আছিল। ইয়াৰে পৰাই সৰু সৰু ৰজা-বোৰে আহোম ৰজাক, মোগল বাদ্‌চাহক উত্তম ৰেচমী কাপোৰ উপঢৌকন দিয়াৰ দৃষ্টান্ত আছে। 'নানা দিব্য, পাটবস্ত্র, দেৱাঙ্গ বসন। যিটো নগৰত হয় সদা উৎপন্ন ॥ (বিদ্যাপঞ্চানন)' আহোম স্বৰ্গদেৱৰ অধীন চাবিং ৰজাৰ লগত সন্ধি কৰি নৰনাৰায়ণে বহুতো বৃত্তিয়াল লোকক লৈ আহিছিল। পূৰ্ণানন্দদেৱে 'গোপাল চৰিতত' উল্লেখ পূৰ্বক লিখিছে--

"ঠাঠাৰী সোণাৰী যে কুন্দাৰ কুম্ভকাৰ।
চৰ্মকাৰ চমাৰ কমাৰ চিত্ৰকাৰ ॥
তান্তী পঢ়িয়া আনো বৃত্তিয়া যতেক।
নৰনাৰায়ণ ৰাজা সমস্তে নিলেক ॥
আপোন থানত নিয়া একত্ৰ কৰিলা।
চাৰিখান নগৰত নিয়মে পাতিলা ॥
বৰ নৱনগৰ ভৱানী কালঝাৰ।
চাৰিও নগৰ অতি ভৈলা জাতিস্কাৰ ॥ ১৩১

কবিৰ উল্লেখিত নৱনগৰেই বৰ্ত্তমানৰ হাউলী বুলি ভবাৰ যথেষ্ঠ থল আছে। এইসকল বিশিষ্ট কৰ্মপটু লোকৰ প্ৰভাৱ তথা মনোৰম জলবায়ু, উৎপাদিত প্ৰচুৰ খাদ্যসম্ভাৰে এই অঞ্চলৰ উন্নতিত প্ৰভূত অবিহণা যোগাইছে। ১৯২৯ চনতে আৰম্ভ হোৱা হাউলীৰ ৰাসোৎসৱ সমগ্ৰ অঞ্চলৰ সকলো শ্ৰেণীৰ ৰাইজৰে ধৰ্মীয় আৰু চিত্ত বিনোদক আনন্দ উৎসৱ। এই উৎসৱ এতিয়া অসম বিখ্যাত। ১৯৫৪ চনত স্থাপিত চণ্ডীবৰুৱা স্মৃতি ভৱনত নাট্যসঙ্ঘ, সভা, সেৱা সঙ্ঘ, সাহিত্য সভাৰ শাখা আদিয়ে এই অঞ্চলৰ কলা-কৃষ্টিৰ বিকাশত যথেষ্ট অৰিহণা যোগাই আছে। হাউলী ক্ৰীড়াসন্থাই এই অঞ্চলত আলোড়ন আনিছে।

এই অঞ্চলৰ ৰাইজ সকলো কালে সজাগ হোৱাৰ মূলতে হ'ল— ১৯১০ ইং চনতে ৮ চানা পণ্ডিতে পতা প্ৰথম প্ৰাথমিক বিদ্যালয়খনিক কেন্দ্ৰ কৰি হাউলীৰ আশে পাশে গঢ়ি উঠা শিক্ষা-নুষ্ঠানবোৰৰ প্ৰভাৱ। হাউলীক একপ্ৰকাৰ শিক্ষা নগৰীকে বুলিব পাৰি। মহাবিদ্যালয়, নৰ্মাল, বুনিয়াদী কেন্দ্ৰ, উচ্চমাধ্যমিক, মাধ্যমিক, মাদ্ৰাছা, প্ৰথমিক আদি অনেক শিক্ষানুষ্ঠানৰ বিকাশ কেন্দ্ৰ হাউলী। একেখনি সৰু ঠাইতে ইমানবোৰ শিক্ষানুষ্ঠানৰ দৃষ্টান্ত বিৰল। যিসকলৰ মহৎ প্ৰচেষ্টা আৰু ত্যাগৰ বিনিময়ত এই অঞ্চলে আগবাঢ়ি আহিছে উন্নতিৰ পথত, নমস্য সেই সকললৈ শ্ৰদ্ধা জনাই সামৰিছোঁ।

---

(দ্ৰঃ— প্ৰৱন্ধটি যুগুত কৰোতে শ্ৰদ্ধেয় শ্ৰীযুত যাদৱ চন্দ্ৰ দাসে বহুতো নথি-পত্ৰ দি সহায় কৰা বাবে তেখেতৰ প্ৰতি কৃতজ্ঞতা থাকিল।)

[ শ্ৰীভূমিধৰ দাস বৰ্তমান হাউলী হাইস্কুলৰ প্ৰধান শিক্ষক। শঙ্কৰী ধৰ্ম, কলা-কৃষ্টি আৰু ইতিহাস চৰ্চাত এখেত এজন আগ্ৰহী ব্যক্তি। ]

# ॥ মানৱ সম্পদ বিকাশ / শিক্ষকৰ ভূমিকা ॥

● যোগেশ নাথ

দেশ বা জাতিৰ মূল সম্পদ হৈছে দেশৰ মানুহখিনি। দেশৰ মানুহখিনিৰ মাজত থকা সামৰ্থ্যখিনিক দেশ বা জাতিৰ প্ৰগতিৰ হকে নিয়াৰিকৈ লগাব পৰাটোতেই জাতীয় জীৱনৰ উন্নতি নিৰ্ভৰশীল। জাতিৰ সভ্যতা-সংস্কৃতিৰ মাপকাঠীও ব্যক্তিৰ অন্তৰ্নিহিত সামৰ্থ্যৰ বিকাশ আৰু জাতীয় জীৱনক গঢ় দিয়াত সেই সামৰ্থ্যখিনিৰ প্ৰয়োগহে। আজিৰ পৃথিৱীৰ উন্নত জাতিবিলাকলৈ লক্ষ্য কৰিলেই এই কথাৰ সত্যতা অনুমান কৰিব পাৰি। জাতীয় জীৱনত মানৱ সম্পদ বা সামৰ্থ্যৰ বিকাশ আৰু ইয়াৰ ব্যৱহাৰৰ দিশ নিৰূপক ৰূপে কাম কৰে দেশৰ শিক্ষা-ব্যৱস্থাই।

মানৱ সম্পদখিনিৰ আটাইতকৈ মূল্যবান সম্পদ শিশু-সম্পদখিনি। শিশু সকল দেশৰ বৰ্দ্ধিষ্ণু সম্পদ। শিশুৰ অন্তৰ্নিহিত সামৰ্থ্যক শক্তিৰ দায়িত্ব যুটীয়াভাৱে বহন কৰে পিতৃ-মাতৃ, অভিভাৱক, সমাজ আৰু শিক্ষকে। এই ক্ষেত্ৰত শিক্ষক সমাজৰ দায়িত্বই সৰ্ব্বাধিক। সেয়ে শিক্ষক সকলক দেশ বা জাতিৰ মেৰুদণ্ড বুলি কোৱা হয়। আৱহমান কালৰ পৰা শিক্ষক সমাজক এই সন্মানেৰে বিভূষিত কৰা হৈ আছে। গুৰু-শিষ্যৰ মাজত নিগূঢ়তম সম্পৰ্কৰ বাবেই প্ৰাচীন কালত আমাৰ দেশত শিক্ষকক ভগৱানৰ অৱতাৰ ৰূপে গণ্য কৰা হৈছিল। গুণগত বৈশিষ্ট্যত আজিও সৎগুৰু সকল ক্ষণ-জন্মা পুৰুষ। সকলোৰে নমস্য। শিক্ষাৰ তথা জ্ঞান লাভৰ কথা কওঁতে আমি উপনিষদৰ এটি সনাতন শ্লোক সদায় ব্যৱহাৰ কৰোঁ—

ওঁ

অসতো মা সদ্‌গময়
তমসো মা জ্যোতিৰ্গময়
মৃত্যোৰ্মা অমৃতংগময়।

ভগৱানৰ প্ৰতি এই কাতৰ প্ৰাৰ্থনাৰো গভীৰ তাৎপৰ্য্য আছে। গুৰু শিষ্যৰ অৰ্থাৎ ছাত্ৰ আৰু শিক্ষকৰ নিগূঢ় সম্পৰ্ক এই তিনিটা বাক্যতে সোমাই আছে। পথ এৰি সৎ পথ লোৱা, অন্ধকাৰৰ মাজত পোহৰ দেখা আৰু মৃত্যুৰ পৰা অমৰত্ব লাভ কৰা পথ, কাৰ দ্বাৰা, কাৰ অনুগ্ৰহত লাভ কৰিব পাৰি? সদগুৰুৱেহে এই পথ নিৰ্দ্দেশ কৰিব পাৰে। অৰ্থাৎ গুৰুৰ অনুভূতিৰ দ্বাৰ

মুকলি হলেহে, অনুগ্ৰহ হলেহে এই পৰম ধন লাভ কৰিব পাৰি।

এই ক্ষেত্ৰত আমাৰ দেশত "ৰত্নাকৰ" এটি সাৰ্থক উত্তম চৰিত্ৰ। পৰিৱেশৰ প্ৰভাৱত জীৱিকাৰ কাৰণে ৰত্নাকৰে দস্যুবৃত্তি লৈছিল। তেওঁৰ মাজত যে ৰত্ন লুকাই আছে তাক কোনে জানিছিল। সদ্গুৰুৱে কিন্তু সেই ৰত্ন চিনিব পাৰে। ব্ৰহ্মা-নাৰদৰূপী গুৰুৱে সেই সম্পদ চিনিব পাৰিছিল। দস্যু ৰত্নাকৰৰ প্ৰতি তেওঁলোকৰ কৃপা জন্মিল। ফলত দস্যু ৰত্নাকৰৰ মাজত মানৱ জাতিৰ অমূল্য ৰত্ন মহাকবি বাল্মীকিৰ জন্ম হ'ল। এয়া গুৰুৰ অনুভূতিৰ বিকাশ আৰু অনুগ্ৰহৰ ফল। ৰত্নক আৱৰি ৰখা বল্মীক অৰ্থাৎ আৱৰ্জনাখিনি আঁতৰ কৰিব পাৰিলেহে প্ৰকৃত ৰত্নখিনি ওলাই পৰে। মানুহৰ ভিতৰত দেৱত্বও থাকে, পশুত্বও থাকে। শিক্ষাই অৰ্থাৎ সদ্গুৰুৱে পশুত্বক পৰাভূত কৰি দেৱত্বখিনিৰ বিকাশ সাধন কৰে। মানুহক অমৃতৰ সন্তান কৰে। প্ৰত্যেক শিশুৱেইকম বেছি পৰিমাণে ৰত্নৰ আকৰ। শাৰীৰিক ভাৱে পঙ্গুসকলৰ মাজতো অমূল্য ৰত্ন ভাণ্ডাৰ থাকিব পাৰে। এই আকৰৰ ৰত্ন ধুই-পখালি নিকা কৰি উলিওৱা কাৰ কাম, বিচাৰ কৰি চালেই হয়। শিশুৰ বিকাশ হবই। এই বিকাশত পৰিবেশ বা দেশৰ শিক্ষা ব্যৱস্থাই যথা-যথ ভাবে কৰ্ত্তব্য সম্পাদন কৰিব নোৱাৰিলে বা নকৰিলে বিকাশে বিপদৰ ৰূপ লোৱাৰ ভয় থাকে। আমাৰ সমাজত সাম্প্ৰতিক কালত ছাত্ৰ সমাজত ভুখ লগাকৈ দেখা দিয়া অৱক্ষয়ৰ চিত্ৰখনলৈ মন কৰিলেই এই কথা অনুভৱ কৰিব পাৰি। ই আমাৰ জাতীয় জীৱনৰ ক্ষয়িষ্ণুতাৰ চিন। আমি সকলোৱে মিলি এই অৱক্ষয় ৰোধ কৰিব লাগিব।

দীৰ্ঘদিনীয়া ইংৰাজ শাসনৰ নৈতিকতাবিহীন শিক্ষাব্যৱস্থা আৰু স্বাধীনোত্তৰ কালত অস্থিৰ শিক্ষা-নীতিয়ে আজি আমাৰ জাতীয় জীৱনৰ প্ৰতিটো দিশতে আউল লগাই দিছে। দেশৰ প্ৰতিজন চিন্তাশীল ব্যক্তিয়ে ভাবিবলৈ বাধ্য হৈছে এই অৱক্ষয়ৰ চিত্ৰখন চাই।

কু-পৰিবেশে বৰ্দ্ধিষ্ণু শক্তিক, ক্ষয়িষ্ণু শক্তিত পৰিণত কৰাৰ ভয় থাকে। আজি আমাৰ দেশত সেয়ে হৈছে। আমি যেন কোনোৱে নিজৰ কৰ্ত্তব্য চিনি পোৱা নাই বা পাবলৈ যত্নও কৰা নাই। দেশৰ মানুহখিনিক অৱহেলা কৰি দেশপ্ৰেমিক হোৱাটো এটা চৰম ভণ্ডামি। সকলোৱে কেৱল ওপৰলৈ চাইহে আগ বাঢ়িবলৈ যত্ন কৰিছোঁ। তললৈ চোৱাৰ কাৰো অৱকাশ নাই। কিন্তু তললৈ নাচালে জানো কিমান ওপৰলৈ উঠিছোঁ ধৰিব পাৰিম? বিশ্ব কবিয়ে সেয়ে আমাক সকিয়নি দিছে—

পশ্চাত ঠেলিছ যাহাৰে

সে তোমাকে পশ্চাতে টানিছে—

পিচ পৰাখিনিকো আগুৱাই নিব নোৱাৰিলে আগবঢ়াটো অৰ্থহীন। এই ক্ষেত্ৰত ৰাজনীতি কৰা সকলৰ দায়িত্বও কম নহয়। দেশৰ ৰাজনীতিৰ বুনিয়াদ কি তেওঁলোকে জনা উচিত। ৩০ শতাংশ স্বাক্ষৰ দেশখনৰ অভিভাৱক খিনিৰ ওপৰত কিমান দোষ দিম? এইবোৰ আমাৰ জনা সকলৰ বিচাৰৰ বিষয়। এই বিষয়তে গুৰু সকলে সৰ্ব্বাধিক বিচাৰ বিবেচনাৰে আগবঢ়াৰ প্ৰয়োজন হৈছে। সকলোৱে ব্যক্তিগত স্বাৰ্থতকৈ ৰাষ্ট্ৰীয় বা জাতীয় বা মানৱতাৰ স্বাৰ্থক ওপৰত

ৰাখি যদি নিজৰ ওপৰত অৰ্পিত দায়িত্বখিনি সম্পাদন কৰিবলৈ যত্নপৰ হওঁ তেনেহলে নিশ্চয়কৈ এই অৱক্ষয় বোধ কৰিব নোৱাৰাৰ কাৰণেই বা কি থাকিব পাৰে ?

প্ৰকৃত শিক্ষক যদিও ক্ষণজন্মা পুৰুষ তথাপি দেশৰ বিস্ফোৰিত জন সংখ্যাৰ তাড়নাত আমি শিক্ষক তৈয়াৰ কৰিব লগা হৈছে। সেয়ে জাতীয় স্বাৰ্থৰ খাতিৰত শিক্ষক নিযুক্তিত অতীৱ সাৱধান হোৱা দৰ্কাৰ। দেশৰ গুৰিয়াল সকলে এই কথা বিচাৰ কৰা উচিত। শিক্ষকতা এটা পৱিত্ৰ ব্ৰত যদিও, বৰ্ত্তমান ই এটা বৃত্তিত পৰিণত হৈছে। কিন্তু চিন্তা কৰি চোৱা আৱশ্যক যে একাগ্ৰতা নাথাকিলে বৃত্তিও কামত নাহে, শিক্ষাৰ কামত লাগি থকা সকলে এই সকলো কথা সামাজিক আৰু ৰাষ্ট্ৰীয় দৃষ্টিকোণৰ পৰা চিন্তা কৰা দৰ্কাৰ। এইখিনিতে সূক্ষ্ম অনুভূতিৰ আৱশ্যকতাই অধিক। কিয়নো আমি যিখন বিদ্যালয়ত, যিখন সমাজত কাম কৰোঁ তাত আমাৰ ল'ৰা-ছোৱালীবোৰে নাই জানো ? সেইসকল আমাৰ দেশৰে ভৱিষ্যৎ নাগৰিক নহয় জানো ? গতিকে আমি উদাসীন হৈ থাকিলে কাৰ ক্ষতি ? এই বিলাক সূক্ষ্ম-অনুভূতিৰে বিচাৰৰ বিষয়। অতি উপকৰাকৈ বিচাৰ কৰিলেও, আমি যি বৃত্তি বাচি লৈছো যাৰ দ্বাৰা ভাত এমুঠি পাইছোঁ, পৰিয়ালৰ ভৰণ পোষণ দিছোঁ, সেই বৃত্তিক অৱহেলা কৰিলে অপৰাধী নহম জানো ?

সেয়ে নতুন ৰাষ্ট্ৰীয় শিক্ষা-নীতিত শিক্ষাৰ লগত শিক্ষক জড়িত কৰণতহে অধিক গুৰুত্ব দিয়া হৈছে। তেন্তে ইমান দিনে আমি জড়িত হৈ থকা নাই নেকি ? নিশ্চয় ক'ৰবাত ফাট মেলিছে। নিশ্চয় আমি নিগূঢ় ভাবে নিজক জড়িত কৰিব পৰা নাই।

আমি যদি নিগূঢ় ভাৱে শিক্ষাত নিজক জড়িত কৰিব পাৰোঁ তেনেহলে আমাৰ বৰ্দ্ধিষ্ণু শিশু শক্তিৰ মাজত থকা অমূল্য সম্পদবোৰ পূৰ্ণভাৱে বিকাশ প্ৰাপ্ত হৈ কৃষি, শিল্প-কলা, বিজ্ঞান, প্ৰযুক্তি বিদ্যা কেউদিশতে দেশ নদন-বদন হৈ মানৱ জাতিৰ কল্যাণত অৰিহণা যোগাব নোৱাৰিব জানো ?

শিক্ষক, অভিভাৱক চৰকাৰ সকলোৱে যদি উদাসীন হওঁ, তেনেহলে শিশুৰ বিকাশৰ বিষময় ফল ভোগ কৰিব কোনে ? সকলোৱে এবাৰ চিন্তা কৰি চাওঁ আহক।

---

( ১৯৮৮ চনৰ ৫ চেপ্তেম্বৰত শিক্ষা বিভাগৰ বৰপেটা জিলাৰ সংমণ্ডলে পতা শিক্ষক দিৱস আৰু কৃতী শিক্ষক সম্বৰ্দ্ধনা সভাত দিয়া নিৰ্দ্দিষ্ট বক্তাৰ ভাষণৰ চমু পাঠ )

[ শ্ৰীযোগেশ নাথ হাউলী নৰ্ম্মালস্কুলৰ প্ৰাক্তন কৃতী শিক্ষক আৰু হাউলী অঞ্চলৰ শিক্ষা আৰু সংস্কৃতিৰ অগ্ৰণী সংগঠকৰ লগতে এগৰাকী বিশিষ্ট সমাজ কৰ্মী। 'স্মৃতিলেখাৰ সম্পাদক শ্ৰী নাথ এজন সু-লিখক আৰু মনোগ্ৰাহী বক্তাও। — সহঃ সম্পাদক, স্মৃতিলেখা। ]

# ॥ হাউলী হাইস্কুলৰ চমু ইতিবৃত্ত ॥

ধীৰেন্দ্ৰ নাথ পূজাৰী

নানাজন বিদ্যানুৰাগী, সমাজকৰ্মী আৰু শিক্ষাসেৱীৰ অক্লান্ত শ্ৰম, অকপট সেৱা আৰু গভীৰ আত্মত্যাগৰ বিনিময়ত ১৯৩৯ চনৰ ৩ মাৰ্চ্চ তাৰিখে প্ৰতিষ্ঠিত উচ্চ শিক্ষাৰ প্ৰাণকেন্দ্ৰ হাউলী হাইস্কুলখনিয়ে নানা ঘাত-প্ৰতিঘাত অতিক্ৰম কৰি ঐক্য-শান্তি-মৈত্ৰী-প্ৰগতিত আগভাগ লৈ জাতীয় ঐক্য গঠনৰ প্ৰকৃত আদৰ্শ দাঙি ধৰি আজি ৫০ বছৰকাল পূৰ কৰিলে। এই বিদ্যালয়ৰ পৰা এতিয়ালৈকে ১,০৩৭ জন ছাত্ৰ-ছাত্ৰীয়ে প্ৰবেশিকাৰ দুৱাৰ দলি পাৰ হৈ গৈ উচ্চশিক্ষা লাভ কৰি কলা-বিজ্ঞান-বাণিজ্য, আইন, ডাক্তৰী, ইঞ্জিনিয়াৰিং, প্ৰযুক্তিবিদ্যা আদি বিষয়ত পাৰ-দৰ্শিতা দেখুৱাই কৃতবিদ্যা ৰূপে অসম তথা ভাৰত মাতৃৰ মুখ উজ্জ্বল কৰাত অঞ্চলবাসী ৰাইজ অতিশয় গৌৰৱান্বিত। সেয়ে আজি স্কুলৰ সোণালী জয়ন্তী উৎসৱৰ শুভক্ষণত স্কুলখনৰ জন্মলগ্নৰ প্ৰাক্‌মুহূৰ্ত্তৰে পৰা প্ৰতিষ্ঠা, পৰিবৰ্দ্ধন, পৰিচালনা, শিক্ষাদান, শিক্ষাগ্ৰহণ তথা বিৱৰ্ত্তনত কায়িক, বাচিক. আৰ্থিক, সামগ্ৰীক সাহায্যেৰে আগভাগ লোৱা উদ্যোক্তা, পৃষ্ঠপোষক, শুভাকাঙ্খী, অভিভাৱক, বিষয়া, কৰ্ম্মচাৰী, সমাজ কৰ্ম্মী, ন-পুৰণি শিক্ষক-শিক্ষয়িত্ৰী আৰু ছাত্ৰ-ছাত্ৰী সকলৰ যিসকল ইতিমধ্যে স্বৰ্গগত হৈছে সেই সকলৰ পবিত্ৰ স্মৃতিত গভীৰ শ্ৰদ্ধাঞ্জলি যাচি তেওঁলোকৰ বিদেহী আত্মাৰ সদ্‌গতি কামনা কৰিছোঁ আৰু জীৱিত সকললৈ স্থান ভেদে কৃতজ্ঞতা, শ্ৰদ্ধা-সন্মান, মৰম-চেনেহ আৰু আশীৰ্ব্বাদ জনাইছোঁ। এই প্ৰসঙ্গত স্কুলৰ এটি অতি চমু ইতিবৃত্ত দাঙি ধৰা হ'ল। স্মৰণত নোহোৱা নাইবা তথ্য-পাতিৰ অভাৱত আৰু চুটিকৈ লিখিব লগা হোৱাত অনেক কথা, অনেক লোকৰ নাম হয়তো বাদ পৰি যাবও পাৰে নাইবা অনেক ত্ৰুটীবিচ্যুতি হোৱাটোও স্বাভাৱিক। সেই কাৰণে অনিচ্ছাকৃত আৰু অজ্ঞাতসাৰে হোৱা ভুলত্ৰুটীৰ বাবে ক্ষমা ভিক্ষা মাগিলোঁ। ইতিহাস প্ৰসিদ্ধ হাউলী অঞ্চলৰ শিক্ষাৰ বৰ্ত্তি প্ৰজ্জ্বালক ৰূপে পোৱাভাৱাল সত্ৰৰ ৺ গয়া নাথ দাস পণ্ডিতৰ ( ছানা পণ্ডিত ) নাম চিৰস্মৰণীয় হৈ থাকিব। তেৱেঁ প্ৰথমে হাউলীত প্ৰাথমিক বিদ্যালয় স্থাপন কৰে। পিচত ইংৰাজী ১৯২৭ চনত হাউলী ছাত্ৰবৃত্তি

স্কুলৰ শ্ৰেণী খোলা হয়। এই প্ৰচেষ্টাত চেঙা গাওঁ নিবাসী শিক্ষক ৺ ধনেশ্বৰ ডেকা প্ৰমুখ্যে স্থানীয় শিক্ষা প্ৰেমী সকলৰ নাম উল্লেখনীয়।

ইং ১৯৩৪ চনত হাউলীৰ ৰাইজে ইংৰাজী শিক্ষাৰ আৱশ্যকতা অনুভৱ কৰি ছাত্ৰবৃত্তি স্কুলৰ লগতে কম্বাইণ্ড মিড্‌ল্ স্কুল হিচাবে মাইনৰ স্কুলৰ শ্ৰেণী খোলে। তাত ক্ৰমে বজালীৰ ৺ লক্ষীকান্ত দাস, শ্ৰীবলৰাম তালুকদাৰ আৰু ৺ হৰেন্দ্ৰ নাথ দাসে প্ৰধান শিক্ষক ৰূপে কাম কৰে। চাৰিওটা শ্ৰেণী পূৰ্ণপৰ্য্যায়লৈ উন্নীত হোৱাত ১৯৩৭ চনৰ ১ লা চেপ্তেম্বৰৰ পৰা মাহিলি ১৫'০০ টকা বেতনত শ্ৰীধীৰেন্দ্ৰ নাথ পূজাৰী ইংৰাজী শিক্ষক হিচাবে নিযুক্তি পায়। ১৯৩৮ চনত ৺ দাসে এই স্কুলৰ পৰা গুচি যোৱাত শ্ৰীবাসুদেব ভূঞাক মাহিলি ২০'০০ টকা বেতনত প্ৰধান শিক্ষক নিয়োগ কৰে। এম, ভি স্কুলৰ প্ৰধান শিক্ষক ৺ কন্দৰ্প নাথ ডেকা, প্ৰমুখ্যে শ্ৰীযাদব চন্দ্ৰ দাস, ৺ দীননাথ চৌধুৰী, ৺ পৰ্ব্বানন্দ দাস, শ্ৰীহৰিচৰণ দাস আদি শিক্ষক সকলৰ প্ৰচেষ্টাত স্কুলে দোপত-দোপে উন্নতি লভিছিল।

খিলঞ্জীয়া অধিবাসীৰ উপৰিও নৱাগত হিন্দু মুছলমানৰ বসতি হৈ এই অঞ্চলৰ জনসংখ্যা ক্ৰমাৎ বৃদ্ধি পাইছিল। সেই সময়ত ওচৰে হালাপাকুৰীত এখন এম, ই মাদ্ৰাছা স্কুল আছিল।

১৯৩৯ চনত হাউলী মাইনৰ স্কুলখন যদিও চালুকীয়া অৱস্থাত আছিল তথাপি উচ্চ শিক্ষাৰ আৱশ্যকতা উপলব্ধি কৰি ৰাইজে ইয়াত এখন হাইস্কুল স্থাপনৰ কামত আগবঢ়াটো সাহসী পদক্ষেপ।

সেই বিষয়ে উদ্যমী ডেকা শিক্ষকদ্বয় শ্ৰীযাদব চন্দ্ৰ দাস আৰু শ্ৰীধীৰেন্দ্ৰ নাথ পূজাৰী ১৯৩৯ চনৰ জানুৱাৰীৰ এটি তাৰিখত আবেলি ফুৰিবলৈ যাওঁতে দুয়োৰে আলোচনা ক্ৰমে অচিৰে হাইস্কুলৰ শ্ৰেণী খোলা সম্বন্ধীয় ভাৱ ঘণীভূত হৈ পৰে আৰু সিদিনাই গধূলি এম ই স্কুলৰ সম্পাদক ৺ যোগেশ চন্দ্ৰ দাসৰ ঘৰত তাচ খেলি থকা অৱস্থাত উক্ত ৺ দাস, ৺ ৰাজেন্দ্ৰ নাথ চৌধুৰী, ৺ গৰ্জ্জন চন্দ্ৰ চৰকাৰ, ৺ বলিৰাম নাথ বেপাৰী, ৺ কচি নাথ চৌধুৰী আৰু এম, ভি, স্কুলৰ প্ৰঃ শিক্ষক ৺ কন্দৰ্প নাথ ডেকাৰ আগত ধকৰা আলোচনাত ব্যক্ত কৰে। পিচত মাইনৰ স্কুলৰ পৰিচালনা সমিতিৰ সভ্যসকলৰ মাজত উক্ত বিষয়ে প্ৰাথমিক আলোচনা হয়। সেই মৰ্ম্মে আহ্বায়ক হিচাবে ভাৰপ্ৰাপ্ত শ্ৰীযাদব চন্দ্ৰ দাসৰ আহ্বানত হাউলী মাইনৰ স্কুল প্ৰাঙ্গণত ১/২/৩৯ তাৰিখে হালাপাকৰী এম, ই, মাদ্ৰাছাৰ প্ৰধান শিক্ষক দেৱান আব্দল হামিদৰ সভাপতিত্বত এখন ৰাজহুৱা সভা বহি সেই বছৰতে হাউলীত হাইস্কুল স্থাপনৰ প্ৰস্তাৱ সৰ্ব্বসন্মতিক্ৰমে গৃহীত হয়। সেই মৰ্ম্মে মৌঃ নূৰ মহম্মদ খাঁনক সভাপতি, ৺ দীন নাথ চৌধুৰীক সম্পাদক, শ্ৰীযাদব চন্দ্ৰ দাসক সহকাৰী সম্পাদক হিচাবে লৈ এখন তদৰ্থ কমিটি গঠন কৰা হয়। সদস্যসকল ৺দেবেন্দ্ৰ নাথ উজীৰ, ৺ ৰাজেন্দ্ৰ নাথ চৌধুৰী, ৺ যোগেশ চন্দ্ৰ দাস ৺ কেশৱ ৰাম দাস, ৺ কেশৱ চন্দ্ৰ দাস মহাজন, ৺ মৰহুম চুফি ৰিয়াজ উদ্দিন সৰকাৰ, ৺ গৰ্জ্জন চন্দ্ৰ সৰকাৰ, ৺ বলিৰাম নাথ বেপাৰী, ৺দাৰাজ আলি সৰকাৰ, আলহাজ হাজী আব্দল মজিদ খাঁন, ৺ নায়েব আলি মেম্বাৰ, ৺ মহাৰথ চৌধুৰী, ৺ টেপাৰাম মহাজন, ৺ কামেশ্বৰ নাথ বায়ন,

৺ বনবিহাৰী সাহা, ৺ শৰৎ চন্দ্ৰ সাহা, ৺ পিয়াৰ উল্লা সৰকাৰ, ৺ দায়মুল্লা সৰকাৰ, ৺ গন্ধোৰাম গাওঁবুঢ়া, ৺ ৰামেশ্বৰ বৰ্মন, ৺ কুটীশ্বৰ সাহা, ৺কন্দৰ্প নাথ ডেকা, দেৱান আব্দুল হামিদ, ৺ হজৰত আলি দেৱানী সৰকাৰ, ৺ আব্দুল হামিদ আলি ইত্যাদি।

পিচত বৰপেটা লোকেলবোৰ্ডৰ চেয়াৰমেন ৺ ধনীৰাম তালুকদাৰৰ সভাপতিত্বত হোৱা ৰাজহুৱা সভাত হাইস্কুল পতাৰ প্ৰবল আয়োজন চলে। সভাস্থলতে ৰাইজৰ পৰা নগদ ১৭৬·০০ টকাৰ দান আৰু তিনিযোৰ দহ হাতী শালৰ খুটা আৰু কিছু বৰগুণিৰ প্ৰতিশ্ৰুতি পোৱা হয়। সেয়েই হাইস্কুলৰ মূলধন। উদ্যমী কৰ্ম্মী গলিয়াৰ ৺ ৰাজেন্দ্ৰ নাথ চৌধুৰীৰ বলিষ্ঠ প্ৰস্তাৱ মৰ্ম্মে ৩০ জন সভাৰ প্ৰত্যেকে ১০০·০০ টকাকৈ চাঁদা উঠোৱা অন্যথা নিজৰ পৰাই পুঁজিত জমা দিয়া সিদ্ধান্ত কৰা হয়।

উক্ত সভাতে মাইনৰ স্কুলৰ শিক্ষকদ্বয়ে স্বেচ্ছাই নিজ দায়িত্বৰ উপৰিও অবৈতনিক ভাবে হাইস্কুলৰ শ্ৰেণীৰ শিক্ষাদান কৰাৰ নিশ্চিত প্ৰতিশ্ৰুতি দিয়াত সভাই সন্তোষ প্ৰকাশ কৰে। হাইস্কুলৰ কাৰণে মাত্ৰ এজন আৰবী শিক্ষক নিয়োগ কৰাৰ সিদ্ধান্ত হয়। শিক্ষক, ছাত্ৰ আৰু কৰ্ম্মীবৃন্দই স্কুলৰ বাবে চাঁদা উঠোৱা কামত আগবাঢ়ে।

শ্ৰীবাসুদেৱ ভূঞাক প্ৰধান শিক্ষক, শ্ৰীধীৰেন্দ্ৰ নাথ পূজাৰীক দ্বিতীয় শিক্ষকহিচাপে অবৈতনিক ভাবে নিয়োগ কৰা হয় আৰু দেৱান আব্দুল হামিদক মাহিলি ১৫·০০ টকা বেতনত হাইস্কুল শাখাৰ শিক্ষক নিয়োগ কৰা হয়।

শুভ দিন, বাৰ চাই হৰ্ষোল্লাসৰ মাজেদি ৮ জন ছাত্ৰৰে হাউলী হাইস্কুলৰ সপ্তম মান শ্ৰেণী খোলা হয়। উক্ত ছাত্ৰ সকল শ্ৰীকাশীনাথ পাঠক, জয়নুদ্দিন আহম্মদ, ৺ কালীচৰণ নাথ, আলতাফ হুছেইন, ৺ ভুবন নাথ, আমীৰ হুছেইন, হবিবৰ ৰহমান, ৺ মানিক বড়ো, ৺মফিতুৰ ৰহমান। বৰ্ত্তমান হাইস্কুলৰ কাষত থকা আমবাৰী-মৈৰামাৰা প্ৰাইমাৰী স্কুলৰ এটি সৰু টিনৰ ঘৰত হাউলী হাইস্কুলৰ শ্ৰেণী বহে।

স্থানীয় বিদ্যোৎসাহী, দূৰদৰ্শী ৺ লোহিত চন্দ্ৰ ভূঞাৰ শিক্ষানুষ্ঠানলৈ দান ৭ বিঘা মাটিৰ উত্তৰ মূৰে উক্ত প্ৰাইমাৰী স্কুল আৰু দক্ষিণে হাউলী হাইস্কুল। ৰাইজে সেই ঠাই খিনিকে স্কুলৰ উপযুক্ত স্থান নিৰ্বাচন কৰে।

১৯৪০ চনত বৰপেটা মহকুমাধিপতি ৺ৰবীন্দ্ৰ খাওণ্ডৰ সভাপতিত্বত বহা সাধাৰণ সভাত নতুন কাৰ্য্যকৰী কমিটি গঠন হয়। ৺দেবেন্দ্ৰ নাথ উজাৰ বি, এল ক সভাপতি, মোঃ নূৰ মহম্মদ খাঁনক সম্পাদক আৰু দেৱান আব্দুল হামিদক সহকাৰী সম্পাদক পতা হয়। সেই চনতে বৰপেটাৰ ৺গুৰুপ্ৰসাদ দাস বি, এক মাহিলি ২৫·০০টকা বেতনত হাইস্কুল শাখাৰ প্ৰধান শিক্ষক নিয়োগ কৰা হয়। ১৯৪১ চনত তেখেতে চৰকাৰী চাকৰিত যোগ দিবলৈ যোৱাত বৰপেটাৰ ৺ হৰেকৃষ্ণ দাস বি, এচ্ চিয়ে কিছুদিন প্ৰধান শিক্ষকৰ কাম চলায়। তেখেতেও অলপ দিনৰ পিচতে আন চাকৰিলৈ যোৱাত বৰপেটাৰ ৺ বাসুদেৱ দাস বি, এ (সন্মান সহ)ক মাহিলি ৩০·০০ টকা বেতনত স্থায়ীভাবে প্ৰধান শিক্ষক নিয়োগ কৰা হয়। তেওঁৰ সময়তে ছাত্ৰ সংখ্যা বৃদ্ধি পোৱাত ৺বালিৰাম

কাকতিক ( মেট্রিকুলেট ) মাহিলি ১৩'০০ টকা বেতনত সহঃ শিক্ষক আৰু ৺জীৱন চন্দ্ৰ ভট্ট ব্যাকৰণ শাস্ত্ৰীক ১৫'০০ টকা বেতনত সংস্কৃত শিক্ষক নিয়োগ কৰা হয়। পিচত মাহিলি ২৫'০০ টকা বেতনৰ শ্ৰীললিত চন্দ্ৰ দাস, ৺লাৱণ্য কুমাৰ চৌধুৰীয়ে কিছুদিন কাম কৰি স্কুল এৰি যায়।

স্কুলৰ সম্পাদক মৌঃ নূৰ মহম্মদ খাঁন তেওঁৰ নিজ বাসস্থান বঙ্গদেশলৈ ( এতিয়াৰ বাংলাদেশ ) যোৱাত সহঃ সম্পাদক দেৱান আব্দুল হামিদৰ হাতত ভাৰ থকা অৱস্থাত হাউলী বজাৰস্থ তেওঁৰ থকা ঘৰ জুইত জাহ যোৱাত স্কুলৰ প্ৰাথমিক তথ্যপাতি কিছু পুৰি বিনষ্ট হয়। সেই বিষয়ে চৰকাৰক জনোৱাত এটি ৪০০'০০ ( চাৰিশ ) টকাৰ এককালীন অনুদান পোৱা হয়।

পিচত ৺দাৰাজ আলি সৰকাৰক স্কুলৰ সম্পাদক পতা হয়। তেওঁৰ দিনতে ৩০ হাত দীঘল এটি খেৰী ঘৰ সজা হয়। পৰিদৰ্শন কৰাৰ সম্ভাৱনাৰ উমান পাই ৰাইজৰ দান-বৰঙণিৰে অতি লৰালৰিকৈ বৰ্ত্তমান পূৱা-পশ্চিমাকৈ থকা ঘৰটোৰ পূৱৰ মূৰত স্থানীয় বয়োবৃদ্ধ নেতা ৺চুফি ৰিয়াজ উদ্দিন আহম্মদৰ দ্বাৰা হাইস্কুলৰ আধাৰ-শিলা স্থাপন কৰি ৬০ হাত দীঘল এটি টিনৰ ঘৰ সজা হয়।

এদিন অসমৰ শিক্ষাধিকাৰ মাননীয় এচ, চি, ৰায় আৰু অসম উপত্যকা বিভাগৰ ইন্সপেক্টৰ ৺শৰৎ চন্দ্ৰ গোস্বামী ডাঙৰীয়াই বৰপেটালৈ স্কুল পৰিদৰ্শন কৰিবলৈ যোৱাৰ পথত স্কুলৰ সম্মুখৰ আলিবাটতে স্কাউট মাষ্টাৰ শ্ৰীধীৰেন্দ্ৰ নাথ পূজাৰীৰ পৰিচালনাত স্কাউট দলৰ দ্বাৰা উক্ত দুয়োজন স্কাউট কমিচনাৰক 'গাৰ্ড অব অনা'ৰ দিয়া হয়। ৰাইজে আনন্দিত হৈ ৰাজহুৱা ভাৱে আদৰণি জনায় আৰু ৰাইজৰ প্ৰাণৰ কথা ব্যক্ত কৰে। উত্তৰত তেখেত সকলৰ আশ্বাস বাণীত সন্তুষ্ট হৈ ৰাইজে দুগুণ উৎসাহেৰে স্কুলৰ কামত ব্ৰতী হয়।

স্কুলৰ বিভাগীয় মঞ্জুৰীৰ দিহা-পৰামৰ্শ লবলৈ প্ৰধান শিক্ষক ৺ বাসুদেব দাস, শ্ৰীধীৰেন্দ্ৰ নাথ পূজাৰী, শ্ৰীকন্দৰ্প নাথ ডেকা আৰু শ্ৰীযাদব চন্দ্ৰ দাসে শিক্ষা বিভাগৰ ইন্সপেক্টৰ শিক্ষাবিদ মাননীয় ৺ শৰৎ চন্দ্ৰ গোস্বামীদেৱে যোৰহাটৰ পৰা চফৰলৈ আঁহোতে তেখেতৰ নলবাৰীৰ ঘৰত লগ ধৰেগৈ। সেই সময়তে এম, ই, স্কুলৰ বৃত্তি লাভ কৰি মোঃ ছাদুলাই হাইস্কুলৰ সপ্তম মান শ্ৰেণীত ভৰ্ত্তি হৈছিল। ভেঙ্গাৰ স্কুলত চৰকাৰী বৃত্তিৰ টকা ভোগ কৰাৰ সুবিধা নথকা হেতুকে মোঃ ছাদুল্লাৰ দেউতাকে এখন আবেদনসহ আমাৰ লগত গৈছিল। প্ৰতিনিধিবৰ্গই উক্ত বিষয়ে অনুৰোধ কৰাত মাননীয় ইন্সপেক্টৰ ৺ গোস্বামী দেৱে সৰলতা সুলভ ৰগৰ কৰি কৈছিল — "মোঃ ছাদুল্লাৰ বৃত্তিৰ টকা ভেঙ্গাৰ স্কুলত ভোগ কৰিবলৈ দিয়া মানে স্কুলখনক বিভাগীয় মঞ্জুৰী দান কৰা। যেনে কথা তেনে কাম। ইন্সপেক্টৰ ৺গোস্বামী দেৱে স্কুলখনিৰ তৎকালীন বিভাগীয় মঞ্জুৰীৰ হুকুম দিয়ে আৰু মঃ ছাদুল্লাই বৃত্তিৰ টকা এই স্কুলতে ভোগ কৰে।

প্ৰধান শিক্ষক ৺বাসুদেৱ দাসদেৱৰ দিনতেই হাউলী হাইস্কুলে কৈশোৰ অৱস্থা লাভ কৰে। পুঁজিৰ অভাৱত অলপ সংখ্যক ছাত্ৰৰ মাচুলৰ পয়চা সহকাৰী শিক্ষকৰ মাজত ভগাই দি তেখেতে নিজে দৰমহা নোপোৱাকৈয়ে থাকিব লগা হৈছিল।

১৯৪১ চনত হাউলী এম, ভি, স্কুল প্ৰাঙ্গণত বৰপেটা মহকুমা প্ৰাথমিক শিক্ষক সন্মিলনীৰ বাৰ্ষিক অধিবেশনৰ লগতে কৃষি, শিক্ষা, শিল্প-কলা প্ৰদৰ্শনী অনুষ্ঠিত হয়। উক্ত প্ৰদৰ্শনীৰ দ্বাৰ উন্মোচন কৰে মাননীয় অসমৰ ৰাজ্যপাল ৺শ্ৰীপ্ৰকাশ দেৱে। ৰাইজৰ অভ্যৰ্থনাত সন্তুষ্ট হৈ তেখেতে নিজ ভঁৰালৰ পৰা হাউলী হাইস্কুললৈ ৫০০·০০ টকাৰ এটি এককালীন অনুদান আগ বঢ়ায়।

স্মৰণীয় যে ১৯৪৩ চনত আমীৰ আলি নামৰ ছাত্ৰজনে এই স্কুলৰ পৰা প্ৰথমে প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। প্ৰধান শিক্ষকে ১৯৪৩ চনত ব্যক্তিগত কাৰণত চাকৰি ইস্তাফা দিয়াত বৰপেটাৰ শ্ৰীজয়কৃষ্ণ চৌধুৰী বি, এ (ডিষ্টিঙ্গুইচড্) ক ১৯/৮/৪৩ তাৰিখৰ পৰা প্ৰধান শিক্ষক পদত নিযুক্তি দিয়া হয়। তেওঁৰ দিনতে আগৰ সম্পাদক ৺দাৰাজ আলি সৰকাৰ, বৰ্ত্তমান সম্পাদক ৺কেশৱ চন্দ্ৰ দাস মহাজন আৰু সভাপতি ৺দেৱেন্দ্ৰ নাথ উজীৰ দেৱে গুৰি বঠা ধৰাত স্কুলৰ আথিক স্বচ্ছলতা ক্ৰমাৎ বৃদ্ধি পায়। শ্ৰীযাদৱ চন্দ্ৰ দাস আৰু ধীৰেন্দ্ৰ নাথ পূজাৰীয়ে সম্পাদক আৰু প্ৰধান শিক্ষক সকলক পূৰ্ণ সহযোগ আগবঢ়াইছিল। বিভাগীয় নিয়ম মতে ১৯৪৩ চনৰ ১৯ অক্টোবৰ তাৰিখে মাইনৰ শাখাটো হাইস্কুল শাখাৰ লগত চামিলকৰণ হয় আৰু তেতিয়াৰে পৰা এখন পূৰ্ণাঙ্গ হাউলী হাইস্কুল হয়। হাউলী হাইস্কুলে মাহিলি ৩০·০০ টকাকৈ চৰকাৰী অনুদান লাভ কৰি হাউলী সাহায্যপ্ৰাপ্ত হাইস্কুল নাম পায়। তাৰ কিছু পাচতে হাইস্কুলত এম, ভি, স্কুলৰ ৺দীন নাথ চৌধুৰীক ড্ৰইং মাষ্টাৰ আৰু শ্ৰীযাদৱ চন্দ্ৰ দাসক নৰ্মাল পাছ শিক্ষক হিচাবে নিয়োগ কৰে।

প্ৰধান শিক্ষক শ্ৰীজয়কৃষ্ণ চৌধুৰীদেৱে স্কুলৰ পৰা বিদায় লোৱাত সেই ঠাইত বজালীৰ শ্ৰীগৌৰকান্ত শৰ্ম্মা বি, এ, বি টি দেৱক ১৩/৮/৪৬ তাৰিখৰ পৰা প্ৰধান শিক্ষক পদত নিযুক্তি দিয়া হয়। এখেতৰ দিনতে হাউলী হাইস্কুলে উন্নতিৰ চৰম স্থান লাভ কৰে। সেই সময়ত সহকাৰী প্ৰধান শিক্ষক আছিল শ্ৰীপৰেশ চন্দ্ৰ উজীৰ বি, এচ্ চি দেৱ। লোকপ্ৰিয় বৰদলৈ দেৱৰ অনুগ্ৰহতে হাউলী হাইস্কুলে ১৯৪৬ চনৰ ১লা চেপ্তেম্বৰৰ পৰা আগৰ মাহিলি ৩০·০০ টকা সাহায্য-বৰ্দ্ধিত ১০০·০০ টকাকৈ চৰকাৰী অনুদান মঞ্জুৰী পায়। তাৰ বাবে হাউলী ৰাইজে বৰদলৈ দেৱৰ ওচৰত চিৰ কৃতজ্ঞ হৈ থাকিব। ৰাইজৰ ফালৰ পৰাও ব্যক্তিগত, সামূহিক, আৰ্থিক দান-বৰঙণি আৰু সামগ্ৰী আদিৰ দানেৰে স্কুলৰ পুঁজি টনকিয়াল কৰা হয়। ঘৰ-দুৱাৰ, আচবাব আদিৰ নিৰ্ম্মাণ কাৰ্য্যই যথেষ্ট অগ্ৰগতি লাভ কৰে। এই বিষয়ত সম্পাদক ৺কেশৱ চন্দ্ৰ দাস মহাজনৰ চেষ্টা উল্লেখযোগ্য। তেখেতৰ জৰিয়তে হাউলী হাটৰ মহলদাৰৰ পৰা বুজন পৰিমাণৰ দান পোৱা হয় আৰু বজাৰস্থ দাতা সকলৰ ফালৰ পৰা নিৰ্ম্মিত এটা স্কুলৰ কোঠাও দান পোৱা হয়।

ইয়াৰ পাচত ১৯৪৭ চনত ভাৰত চৰকাৰৰ সিদ্ধান্ত অনুসাৰে অসম চৰকাৰে হাউলী হাইস্কুলক বেচিক একাডেমিৰ আঁচনিৰ অন্তৰ্ভূক্ত কৰে আৰু ঘৰ-দুৱাৰ নিৰ্ম্মাণ হয়।

ভাৰত চৰকাৰে উক্ত আঁচনি ১৯৪৯ চনৰ ১৫ মাৰ্চ্চৰ পৰা প্ৰত্যাহাৰ কৰে। পিচত গড়-কাপ্তানি ৰাস্তাৰ পশ্চিম ফালৰ ঘৰখিনি হাইস্কুলৰ

হৈ বয় আৰু পূৰ কালৰ ঘৰখিনিৰ একাংশত বৰপেটাৰ পৰা গুৰু ট্ৰেইনিং স্কুলখন উঠাই অনা হয়। মাননীয় ৺মহেন্দ্ৰ মোহন চৌধুৰী দেৱৰ আশ্বাসত গুৰু ট্ৰেইনিঙৰ লগতে হাউলী হাইস্কুলৰ শিক্ষকসকলৰ সহযোগত আৰু গুৰু ট্ৰেইনিঙৰ অধ্যক্ষ শ্ৰীঅচ্যুতানন্দ দাস বি এ, বি টি দেৱৰ অধ্যক্ষতাত ১৯৫০ চনৰ ৩১ আগষ্টত হাউলী নৰ্ম্মাল স্কুল প্ৰতিষ্ঠা হয়।

৭/৩/৫৩ তাৰিখত স্কাউট মাষ্টাৰ শ্ৰীউগ্ৰমল ডেকা আৰু শ্ৰীসদানন্দ দাসৰ তত্ত্বাৱধানত স্কুলত পুনৰ এটি স্কাউট দল গঠন হয়।

স্কুলৰ সম্পাদক ৺কেশৱ চন্দ্ৰ দাস মহাজনে মৃত্যুৰ আগমুহূৰ্ত্তলৈকে নিস্বাৰ্থ আৰু আশাশুধীয়া ভাৱে স্কুলৰ ক্ৰমোন্নতিত অবিহণা যোগোৱাৰ ফলত আৰু প্ৰধান শিক্ষক শ্ৰীগৌৰীকান্ত শৰ্ম্মা দেৱৰ সুযোগ্য পৰিচালনাত আৰু স্কুলৰ শিক্ষক, ছাত্ৰ-ছাত্ৰীৰ পূৰ্ণ সহযোগত স্কুলখন দোপতদোপে উন্নতিৰ পথত অগ্ৰসৰ হয়। সম্পাদক ৺দাস মহাজনৰ লোকান্তৰৰ পিচত প্ৰধান শিক্ষক শ্ৰীশৰ্ম্মা দেৱে কিছুদিন সম্পাদকৰ দায়িত্বত থাকে। পিচত সুযোগ্য নেতা, বিশিষ্ট নাগৰিক ৺বিশ্বনাথ দাস দেৱে মৃত্যুৰ আগলৈকে স্কুলৰ সম্পাদকৰ কাম নিস্বাৰ্থভাৱে আৰু সুকলমে চলায়।

ইতিমধ্যে প্ৰধান শিক্ষক শ্ৰীগৌৰীকান্ত শৰ্ম্মা দেৱে চৰকাৰী চাকৰিলৈ যোৱাত সহঃ প্ৰধান শিক্ষক শ্ৰীপৰেশ চন্দ্ৰ উজীৰ বি এচ্ চি দেৱে প্ৰায় দুবছৰৰো ওপৰকাল প্ৰধান শিক্ষকৰ দায়িত্বত থাকি নিয়াৰিকৈ নিকা প্ৰশাসনেৰে স্কুল পৰিচালনা কৰে। তেতিয়া ১৯৫৭ চনত শ্ৰীপৱন চন্দ্ৰ শৰ্ম্মা বি এ, বি টি দেৱক প্ৰধান শিক্ষক হিচাবে নিযুক্তি দিয়া হয়। শ্ৰীপৰেশ চন্দ্ৰ উজীৰ দেৱে চাকৰি ইস্তাফা দি চৰকাৰী চাকৰিলৈ যায়।

৪/৯/৫৭ তাৰিখৰ পৰা প্ৰশিক্ষণ প্ৰাপ্ত এন, চি, চি অফিচাৰ হিচাবে শ্ৰীধৰণীধৰ ভাগৱতীৰ তত্ত্বাৱধানত এটা এন, চি, চি দল খোলা হয়। তেতিয়াৰে পৰা জাতীয় শিক্ষাৰ্থী বাহিনী চলি আছে। বৰ্ত্তমান শিক্ষক নজৰত আলি। দলত ১০০ জন কেদেট আছে।

১৯৫৯ চনৰ ১লা মাৰ্চ্চৰ পৰা স্কুলে ঘাটি মঞ্জুৰী প্ৰাপ্ত হোৱাত শিক্ষক-কৰ্ম্মচাৰীৰ দা-দৰমহাৰ ক্ষেত্ৰত স্কুল পৰিচালনা সমিতিয়ে আৰ্থিক দিশত সকাহ পায়। ১৯৬৫ চনৰ ২০, ২১, ২২ জুন তাৰিখত তিনিদিনিয়াকৈ ন-পুৰণি ছাত্ৰ-ছাত্ৰী, শিক্ষক, পৃষ্ঠপোষক, শুভাকাংক্ষী আৰু সদৌ ৰাইজৰ বিপুল উৎসাহ, উদ্দীপনাৰ মাজেৰে স্কুলৰ ৰূপালী জয়ন্তী উৎসৱ মহা সমাৰোহেৰে উদ্‌যাপন কৰা হয়। উৎসৱ উদ্‌যাপন সমিতিৰ সভাপতি প্ৰধান শিক্ষক শ্ৰীপৱন চন্দ্ৰ শৰ্ম্মা, উপ সভাপতি ৺মহাৰথ চৌধুৰী, সহকাৰী শিক্ষক শ্ৰীধীৰেন্দ্ৰ নাথ পূজাৰী আৰু সভ্য শ্ৰীথিৰেশ্বৰ দেৱশৰ্ম্মা। যুটীয়া সম্পাদক আৰু শিক্ষক শ্ৰীবিনোদ চন্দ্ৰ দাস ধনভঁৰালী আছিল। বিধান সভাৰ অধ্যক্ষ মাননীয় ৺মহেন্দ্ৰ মোহন চৌধুৰীদেৱে ৰূপালী জয়ন্তী উৎসৱৰ উদ্বোধন কৰি প্ৰথম দিনৰ সভাত সভাপতিত্ব কৰিছিল। মুখ্য অতিথিৰ আসন অলঙ্কৃত কৰিছিল স্কুলৰ প্ৰাক্তন সভাপতি ৺দেৱেন্দ্ৰ নাথ উজীৰ, বৰপেটা লোকেল বোৰ্ডৰ প্ৰাক্তন চেয়াৰমেন ৺ধনীৰাম তালুকদাৰ আৰু বৰপেটা স্কুলবোৰ্ডৰ প্ৰাক্তন অধ্যক্ষ ৺উপেন্দ্ৰ নাথ দাস দেৱে। দ্বিতীয় দিনৰ সভাত সভাপতিত্ব কৰে

বৰনগৰ জুৰোৰাম পাঠক উচ্চতৰ আৰু বহুমুখী বিদ্যালয়ৰ অধ্যক্ষ সত্যকিঙ্কৰ ভট্টাচাৰ্য্যদেৱে। মুখ্য অতিথি হিচাবে যোগদান কৰে বৰপেটা এম, টি কলেজৰ অধ্যক্ষ শ্ৰীপ্ৰাণজিৎ তালুকদাৰ আৰু যোৰহাট নৰ্ম্মাল স্কুলৰ অধ্যক্ষ চেৰিফুদ্দিন আহম্মদ চাহাবে। প্ৰদৰ্শনীৰ দ্বাৰ উন্মোচন কৰে আৰু বঁটা বিতৰণ কৰে শ্ৰীপ্ৰাণজিৎ তালুকদাৰ দেৱে। তৃতীয় দিনৰ ন-পুৰণি ছাত্ৰ-ছাত্ৰী আৰু শিক্ষকৰ প্ৰীতি সন্মিলনী সভাত সভাপতিত্ব কৰে স্কুলৰ অৱসৰ প্ৰাপ্ত বয়োবৃদ্ধ শিক্ষক ৺বালিৰাম কাকতীদেৱে। মুখ্য অতিথি হিচাবে যোগদান কৰে স্কুলৰ প্ৰাক্তন প্ৰধান শিক্ষক আৰু পঞ্চায়ত বিভাগৰ সহকাৰী উন্নয়ন আয়ুক্ত শ্ৰীগৌৰীকান্ত শৰ্ম্মাদেৱে আৰু প্ৰাক্তন প্ৰধান শিক্ষক গুৱাহাটীৰ ইন্দাষ্ট্ৰী অফিচাৰ শ্ৰীপৰেশ চন্দ্ৰ উজীৰ দেৱে। উক্ত সভাত ন-পুৰণি শিক্ষক আৰু ছাত্ৰ কেবা-জনেও বক্তব্য ৰাখি স্কুলৰ উত্তৰোত্তৰ উন্নতি কামনা কৰে। সন্ধিয়া বৰপেটা বিদ্যামন্দিৰ হাইস্কুলৰ প্ৰধান শিক্ষক সঙ্গীত বিশাৰদ শ্ৰীখগেন্দ্ৰ নাথ দাস (বি, মিউজিক)ৰ সভাপতিত্বত কৃষ্টি সভা অনুষ্ঠিত হোৱাৰ পাচত ৰূপালী জয়ন্তী উৎসৱৰ সামৰণি পৰে।

সুদীৰ্ঘ ১৯ বছৰ চাকৰিৰ অন্তত শ্ৰীশৰ্ম্মাদেৱৰ অৱসৰ হয় আৰু শ্ৰীত্ৰৈলোক্যৰঞ্জন গোস্বামী বি এ, বি টি দেৱে প্ৰধান শিক্ষক নিযুক্তি পায়। জাতীয় অস্তিত্ব ৰক্ষাৰ আন্দোলনৰ কালছোৱাত স্কুলৰ শিক্ষাদান কাৰ্য্য যথেষ্ট বাধাপ্ৰাপ্ত হয়। সেই সময়তো শ্ৰীগোস্বামীদেৱে অশেষ ধৈৰ্য্য আৰু সাহসেৰে স্কুল পৰিচালনা কৰে। কোনো অজ্ঞাত কাৰণত শ্ৰীগোস্বামীদেৱ নিৰুদ্দেশ হোৱাত সহকাৰী প্ৰধান শিক্ষক শ্ৰীবলভদ্ৰ অধি-কাৰীৰ দায়িত্বত কিছুদিন চলাৰ পাচত শ্ৰীনাৰায়ণ চন্দ্ৰ তালুকদাৰ বি এ, বি টি দেৱে প্ৰধান শিক্ষক পদত নিযুক্তি পায়। তেখেতে ইয়াৰ পৰা বদলি হৈ যোৱাত শ্ৰীকৃষ্ণ চন্দ্ৰ কলিতা বি এ, বি টি দেৱে প্ৰধান শিক্ষক নিযুক্তি হয়। তেখেতো বদলি হোৱাত শ্ৰীভূমিধৰ দাস এম, এ, বি টি, দেৱে প্ৰধান শিক্ষক পদত নিযুক্তি পায়। তেওঁ ২৮/১১/৮৮ৰ পৰা কাৰ্য্য নিৰ্ব্বাহ কৰি আছে।

হাউলী হাইস্কুল প্ৰতিষ্ঠাৰ সময়ত ইয়াৰ চাৰিওফালে ১১ কিলোমিটাৰৰ ব্যৱধানতহে হাই-স্কুল আছিল। তেতিয়া যদিও ছাত্ৰসংখ্যা মাত্ৰ ৭ জন আৰু শিক্ষকৰ সংখ্যা ৩ জন আছিল পিচত স্কুলৰ গৌৰৱোজ্জ্বল অৱস্থাত বৰপেটা, বজালী বৰনগৰ আদি ঠাইৰ ছাত্ৰও এই স্কুললৈ অহাত ছাত্ৰ-ছাত্ৰীৰ সংখ্যা বাঢ়ি প্ৰায় ৮০০ৰ ওপৰ হৈছিলগৈ। এতিয়া স্কুলৰ আশে পাশে নন হাইস্কুল, হাইমাদ্ৰাছা স্কুল স্থাপন হোৱাৰ পৰি-প্ৰেক্ষিতত স্থানীয় ছাত্ৰ-ছাত্ৰী সেইবোৰ স্কুলত অধ্যয়ন কৰাত স্কুলৰ বৰ্ত্তমান ছাত্ৰ-ছাত্ৰীৰ সংখ্যা ৫২৫ জন আছে। বৰ্ত্তমান শিক্ষক ২০ জন, কাৰ্যালয় সহায়ক ২ জন আৰু ৪ৰ্থ শ্ৰেণীৰ কৰ্ম্মচাৰী ৪ জন আছে।

স্কুলৰ ভিতৰ চৰাত অঙ্গ হিচাবে বিভিন্ন শাখা সমূহ যেনে— খেল বিভাগ, পুথিভঁৰাল বিভাগ, পৰীক্ষা বিভাগ, ছাত্ৰ একতা সভা, বুলেটিন বোৰ্ড বিভাগ, সমাজ সেৱা বিভাগ, সাংস্কৃতিক বিভাগবোৰ একো একোজন ভাৰপ্ৰাপ্ত শিক্ষকৰ তত্বাবধানত সুচাৰু ৰূপে পৰিচালিত হৈ আছে। "অঞ্জলি" নামৰ এখন আলোচনী ২য় প্ৰকাশ পায়।

হাউলী হাইস্কুলৰ ৫০ বছৰ পূৰ হলেও এতিয়ালৈকে স্কুলৰ এটি অ'ডিটোৰিয়াম নাই। স্কুলখন আজি পর্যন্ত উচ্চতৰ মাধ্যমিক পর্য্যায়লৈকো উন্নীত হৈ উঠা নাই। আমি আশা ৰাখিছো ৰাইজ সচেষ্ট হলে এই অভাৱ পূৰণ হব।

আদিৰে পৰা অৱসৰলৈকে একেৰাহে একেখন স্কুলৰে প্ৰতিষ্ঠাপক শিক্ষক হিচাবে একনিষ্ঠভাৱে মোৰ প্ৰাণতকৈও প্ৰিয় হাউলী হাইস্কুলৰ সেৱা কৰাৰ সুযোগেৰে গৌৰৱ বোধ কৰি এইবাৰৰ সোণালী জয়ন্তী স্মৃতি লেখা সমিতিৰ নিৰ্দ্দেশক্ৰমে অতি খৰখেদাকৈ স্মৰণত থকা আৰু প্ৰাপ্ত কথা-বোৰৰ আলম লৈ চমুকৈ লিখি উলিয়াই প্ৰকাশৰ বাবে দিয়া হল। ক্ৰটী-বিচ্যুতিৰ বাবে ক্ষমা বিচাৰি হাউলী হাইস্কুলৰ, হাউলী অঞ্চলৰ উদীয়মান ছাত্ৰ-ছাত্ৰীসকলৰ আৰু বৃহত্তৰ হাউলীৰ উজ্জ্বল ভৱিষ্যত আৰু উত্তৰোত্তৰ উন্নতি কামনা কৰি এই চমু ইতিবৃত্তৰ সামৰণি মাৰিলোঁ।

জয়তু হাউলী হাইস্কুল!

জয় আই অসম!!

[ হাউলী হাইস্কুলৰ প্ৰতিষ্ঠাপক শিক্ষক শ্ৰীধীৰেন্দ্ৰ নাথ পূজাৰী এগৰাকী কৃতী শিক্ষক। প্ৰায় আশী বছৰীয়া শ্ৰীপূজাৰীদেৱ বৰ্ত্তমানেও হাউলী অঞ্চলৰ বিভিন্ন সংগঠনৰ সতে ওতপ্ৰোতঃ ভাৱে জড়িত। ]

# হাইস্কুলীয়া দিনৰ সোণালী স্মৃতি

নৃপেন্দ্ৰ পূজাৰী

চেনেহৰ হাউলী হাইস্কুল খনে পঞ্চাশ বছৰৰ দেওনা অতিক্ৰম কৰা উপলক্ষে সোণালী জয়ন্তীৰ যো-জা চলিছে। এই শুভক্ষণত পঁচিশ বছৰ আগতে এৰি অহা স্কুলখনত পঢ়ি অহা দিনৰ স্মৃতিৰ টুকুৰাবোৰ সোণালী পাখি লগাই উৰি ফুৰিছে মোৰ স্মৃতিৰ আকাশত। সেয়ে স্কুলীয় দিনতে কোনোবা এজন চাৰে (কোনে কৈছিল পাহৰিছোঁ) কোৱা 'Old is gold') কথাষাৰৰ সত্যতা আজিহে উপলব্ধি কৰিছোঁ। সঁচাকৈয়ে অতীত সোণালীময়।

সাত বছৰ কাল শিক্ষালাভৰ অন্তত ১৯৬৫ চনত হাইস্কুল শিক্ষান্ত পৰীক্ষাত উত্তীৰ্ণ হৈ ওলাই আহিছিলো এইখন হাউলী হাইস্কুলৰ পৰা। পঢ়ি অহা বিদ্যালয়খনৰ যিসকল শিক্ষাগুৰুৰ প্ৰেৰণা চেষ্টা আৰু আশীৰ্ব্বাদে মোৰ জীৱনৰ বুনিয়াদ ৰচনা কৰিছিল, সেইসকল নমস্য শিক্ষা গুৰুৰ ওচৰত প্ৰণিপাত জনাই আজি সোণালী জয়ন্তীৰ এই শুভক্ষণত পুনৰবাৰ তেওঁলোকক শ্ৰদ্ধাৰে সোঁৱৰিছোঁ।

আমি পঢ়া দিনত হাউলী অঞ্চলত আজিৰ দৰে ইমানবোৰ হাইস্কুল অথবা হাইমাদ্ৰাছা নাছিল। এই বৃহত্তৰ হাউলী এলেকাত তেতিয়া মাথোঁ ত্ৰুখন নে তিনিখন হে হাইস্কুল আছিল। সেয়ে বহু দূৰৰ পৰা অহা ছাত্ৰ-ছাত্ৰীৰো সমাবেশ ঘটিছিল এই হাউলী হাইস্কুলতে। শিক্ষাগুৰু সকলে বিভিন্ন সময়ত বিভিন্ন বিষয়ত কৰা শিক্ষাদানে মোৰ মনত মচিব নোৱাৰা যি ৰেখাপাত কৰিছিল সেয়ে আজি মোৰ শিক্ষকতা জীৱনত পাথেয় সম্বল। নিম্ন শ্ৰেণীবোৰত আমি আটাইতকৈ বেছি আমোদ পাইছিলোঁ শ্ৰদ্ধেয় শিক্ষাগুৰু ৺ দীননাথ চৌধুৰীৰ লগত কটায়। তেখেতে আমাক চিত্ৰাঙ্কন আৰু হাতৰ আখৰৰ পাঠদান কৰিছিল। তেখেত এজন পৰিপাটি আৰু ৰসিক ব্যক্তি আছিল আৰু ৰসিকতাপূৰ্ণ পাঠদানেৰে প্ৰায়ে শ্ৰেণীত ৰগৰৰ সৃষ্টি কৰিছিল। 'এপ্ৰিল-ফুল'ৰ দিনাখন (আমাৰ সময়ত প্ৰচলিত আছিল) আমি চেয়াৰৰ খুৰাৰ তলত কৰি থোৱা সৰু গাঁতটোত চেয়াৰসহ হালিগৈ পৰিব খোজা যেন দেখুৱাই যেতিয়া তেওঁ এটা বিশেষ ভঙ্গিমাৰ অৱতাৰণা কৰিছিল, তেতিয়া শ্ৰেণীত হাঁহিৰ

ৰোল উঠিছিল। কিন্তু এনে ৰসিক আৰু মৰমিয়াল ব্যক্তিজনৰ শৃঙ্খলাবোধ আছিল অদ্ভুত। এবাৰৰ ঘটনা। তেখেত প্ৰাৰ্থনা সভাৰ ভাৰপ্ৰাপ্ত শিক্ষক। এদিন প্ৰাৰ্থনাৰ সময়ত কোনোবা এজন ছাত্ৰই গণ্ডগোল কৰি প্ৰাৰ্থনাত ব্যাঘাত ঘটালে। খণ্ডত ৰঙা-চিঙা পৰি প্ৰাৰ্থনা শেষ হোৱাৰ লগে লগে থাপ মাৰি ধৰি আনিলে ল'ৰাজনক। দুগালত দুটা চৰ শোধালে যে আমি বাকীবোৰৰ পেটতে হাত ভৰি লুকাল! ল'ৰাজন আছিল তেখেতৰেই পুত্ৰ। প্ৰাৰ্থনাৰ সময়ত শৃঙ্খলা ৰক্ষা নকৰাত নিজৰ পুত্ৰৰেই এনে দশা, আমি কোন কুটা?

আমি প্ৰধান শিক্ষক হিচাপে পাইছিলো শ্ৰদ্ধেয় শ্ৰীপৱন চন্দ্ৰ শৰ্ম্মা দেৱক। তেখেতৰ অতি বিচক্ষণ ব্যক্তিত্ব আৰু পাণ্ডিত্যই আমাক বাৰুকৈয়ে মোহিত কৰিছিল। দেখাত ছুটি-চাপৰ ফিট্‌ফাট্ মানুহজনে ইংৰাজীৰ উপৰিও সংস্কৃত, বুৰঞ্জী আদি বিষয় সমূহো অতি মনোগ্ৰাহীকৈ শিকাব পাৰিছিল (প্ৰক্সিত গম পাইছিলো) যদিও তেখেতে আমাক দশম শ্ৰেণীত নিয়মীয়াকৈ ইংৰাজী প্ৰথম কাকতহে শিকাইছিল। তেখেতৰ মলমলকৈ ওলাই অহা সহজ সৰল সুৱদি ইংৰাজী বাক্যবোৰ আজিও আমাৰ কাণত বাজি আছে। তদুপৰি গ্ৰীষ্মবন্ধত তেখেতে ইংৰাজী দ্বিতীয় কাকতৰ পাঠদান কৰি ইংৰাজী ব্যাকৰণৰ খুটিনাটি বোৰ এনে ধুনীয়াকৈ বুজাই দিছিল যে কলেজীয়া জীৱনত আমি ইংৰাজী ব্যাকৰণ অধিক পঢ়িবৰ আৱশ্যক নোহোৱাৰ দৰে হৈ পৰিছিল। দক্ষতাৰে শিক্ষাদান কৰাৰ উপৰিও তেখেত আছিল এজন সুদক্ষ প্ৰশাসক আৰু কঠোৰ অনুশাসনৰো ধ্বজাবাহক। বিভিন্ন খেল ধেমালিতো তেওঁৰ অসীম ৰাপ আছিল।

আমি পঢ়া দিনত স্কুলৰ অনুশাসন অতি কটকটীয়া আছিল। ছাত্ৰ-ছাত্ৰী সকলৰ দৰেই শিক্ষাগুৰু সকলেও স্কুলৰ ওৱাৰ্ণিং আৰু ফাইনেলৰ ঘণ্টাবোৰক সমীহ কৰি চলিছিল।

ছাত্ৰ-ছাত্ৰী সকলে নিয়ম শৃঙ্খলা মানি চলিছিল। কেপ্তেইনৰ অনুমতি নোলোৱাকৈ কেনোৱে বাহিৰলৈ নগৈছিল। ওপৰৰ শ্ৰেণীৰ ছাত্ৰ সকলক তলৰ শ্ৰেণীৰ ছাত্ৰ সকলে ভয় আৰু সন্মান কৰিছিল। ওপৰৰ শ্ৰেণীৰ ছাত্ৰ সকলেও তলৰ শ্ৰেণীৰ ছাত্ৰ সকলক মৰম চেনেহ কৰিছিল। শিক্ষাগুৰু সকলকো আমি যথেষ্ট ভয়, ভক্তি আৰু সন্মান কৰিছিলো। আমি পঢ়ি থকা দিনত নিয়মিত ভাবে স্কুলত তৰ্কসভা, আকস্মিক বক্তৃতা প্ৰতিযোগিতা আদি অনুষ্ঠিত কৰাৰ লগতে গুৰু সকলৰ তিথি, আৰু ধৰ্ম্মীয় পৰ্ব্বৰ সভা সমিতি অনুষ্ঠিত কৰা হৈছিল! স্কুল প্ৰতিষ্ঠা দিৱসৰ লগতে বেচ ধুম-ধামেৰে বাৰ্ষিক ছাত্ৰ সভা আৰু বঁটা বিতৰণী সভা অনুষ্ঠিত কৰাটো নিয়মত পৰিণত হৈছিল। নাটক অভিনয়তো আমি পিচ পৰি থকা নাছিলোঁ। প্ৰায় প্ৰতিবছৰে ছাত্ৰসভাৰ দিনা আৰু সৰস্বতী পূজাৰ দিনা ৰাতি নাটক কৰা হৈছিল। নাটক আদিৰ দিশত দিহা পৰামৰ্শ দিছিল সেই সময়ৰ কাৰ্য্যালয় সহায়ক সু-অভিনেতা শ্ৰীঅশ্বিনী পাঠকে।

১৯৬৩ চনত মোক ছাত্ৰ একতা সভাৰ সাধাৰণ সম্পাদক নিৰ্ব্বাচন কৰা হৈছিল। মই নিজ দায়িত্ব সুচাৰু ৰূপে সম্পাদন কৰাৰ চেষ্টা কৰিছিলোঁ।

আমাৰ সময়ত খেল-ধেমালিৰ ক্ষেত্ৰতো হাউলী হাইস্কুলৰ স্থান লেখত লব লগীয়া আছিল। আন্তঃ শ্ৰেণী ফুটবল প্ৰতিযোগিতা নিয়মিত ভাবে অনুষ্ঠিত হৈছিল। আমাৰ স্কুলৰ ফুটবল টীম জাকত-জিলিকা আছিল। আনঠাইৰ স্কুলৰ লগত প্ৰীতি খেলৰ ব্যৱস্থা কৰা হৈছিল। খেল ধেমালিৰ ক্ষেত্ৰত প্ৰধান শিক্ষক মহোদয়ৰ লগতে খেল বিভাগৰ শিক্ষক আলী আকবৰ চাৰবো বিশেষ ৰাপ আছিল বাবেই আমাৰ কিছু সুবিধা হৈছিল। এবাৰ নিত্যানন্দ বিদ্যা-ভৱন হাইস্কুললৈ আৰু এবাৰ জালাহ হাইস্কুললৈ প্ৰীতি ফুটবল আৰু ভলীবল খেলিবলৈ আমি গৈছিলোঁ। আমি ফুটবলত জিকিছিলোঁ আৰু ভলীবলত হাৰিছিলোঁ।

এনে অলেখ স্মৃতি বিজড়িত যিখন বিদ্যালয়ৰ চৌহদৰ মাটিখিনিৰ গোন্ধ আজিও মোৰ নাকত লাগি আছে, যিখন বিদ্যালয়ৰ প্ৰতিটো কোঠা প্ৰতিখন ডেস্ক-বেঞ্চ আৰু চালবেৰবোৰ আজিও মোৰ অতি চিনাকি, যিখন বিদ্যালয়ৰ চিৰ নমস্য শিক্ষাগুৰু সকলৰ আদেশ, নিৰ্দ্দেশ আৰু আশী-ৰ্ব্বাদ সমূহেই মোৰ ভৱিষ্যৎ জীৱন গঢ়াৰ প্ৰাথমিক সম্বল আছিল, সেইখন মৰমৰ হাউলী হাইস্কুলৰ অৱদান মোৰ জীৱনত কেনেকৈ অস্বীকাৰ কৰিম ? ভাবি নেপাওঁ কেনেকৈ পৰিশোধ কৰিম মই এই হাউলী হাইস্কুলৰ ঋণ ?

সেয়ে সোণালী জয়ন্তীৰ শুভক্ষণত আজি কামনা কৰিছোঁ, এই বিদ্যালয়ে ভৱিষ্যত জীৱন গঢ়াত আমাক প্ৰেৰণা দিয়াৰ দৰে আগত সকলকো প্ৰেৰণা দিয়ক, মানুহ কৰি তোলক। লগতে পঁচিশ বছৰ আগৰ আম পঢ়া দিনৰ স্মৃতি চাৰণত হোৱা ভুল ক্ৰটীৰ ক্ষমা বিচাৰিলোঁ।

জয়তু হাউলী হাইস্কুল।

(সময় তাকৰীয়া বাবে প্ৰবন্ধটি কিছু চুটি কৰা হ'ল)।

—সম্পাদক

[ শ্ৰীনৃপেন্দ্ৰ পূজাৰী, হাউলী হাইস্কুলৰ প্ৰাক্তন ছাত্ৰ, বৰ্ত্তমানে হাউলী আদৰ্শ বিদ্যাপীঠ হাইস্কুলৰ এজন দক্ষ প্ৰধান শিক্ষক। এখেতৰ চেষ্টাত আদৰ্শ বিদ্যাপীঠে শিক্ষাৰ ক্ষেত্ৰত হাউলী অঞ্চলত ৰেখাপাত কৰিবলৈ সমৰ্থ হৈছে। ]

# ॥ স্কাউটিং আৰু হাউলী হাইস্কুল ॥

সদানন্দ দাস

পৃথিৱীত এনে কিছুমান ক্ষণজন্মা পুৰুষ আছে, যি সকলৰ অসীম চেষ্টা আৰু ধৈৰ্য্যৰ ফলত একোটি যাউতিযুগীয়া কাম হয়, যাৰ ফলত তেওঁলোকৰ নাম পৃথিৱীত চিৰদিন ৰৈ থাকে। লৰ্ড ৰবাৰ্ট বেডেন পাৱেল তেনে এজন পুৰুষ আছিল। লৰ্ড বেডেন পাৱেলে ১৮৫৭ চনৰ ২২ ফেব্ৰুৱাৰী তাৰিখে ইংলণ্ডত জন্ম গ্ৰহণ কৰে। তেওঁ পৃথিৱীৰ ১ম আৰু প্ৰধান স্কাউট আছিল। তেৱেঁই পৃথিৱীত স্কাউট শিক্ষাৰ উদ্ভাবন কৰ্ত্তা।

লৰ্ড বেডেন পাৱেলে সৰুৰে পৰাই সকলো বস্তু পৰ্য্যবেক্ষণ কৰি ভাল পাইছিল। তেওঁৰ ব্যৱহাৰ বৰ ভাল আছিল আৰু ভাল ব্যৱহাৰৰ কাৰণেই সকলোৱে তেওঁক ভাল পাইছিল আৰু মানি চলিছিল।

লৰ্ড বেডেল পাৱেলে সামৰিক বিভাগত কাম কৰিছিল। এসময়ত দক্ষিণ আফ্ৰিকাৰ মেফকিং চহৰত তেওঁ সৈনিক হিচাবে কাম কৰি থাকোঁতে আফ্ৰিকাবাসী লোক সকলে সেই মেফকিং চহৰখন বহুদিন ধৰি অৱৰোধ কৰি ৰাখিছিল। বহুদিন ধৰি অৱৰোধ কৰি ৰখাত সেই চহৰত খাদ্যৰ অভাৱ হবলৈ ধৰে আৰু কাম কৰা মানুহো কমি যায়। তেতিয়া লৰ্ড বেডেন পাৱেলে কিছুমান ভাল ল'ৰা বাচি লৈ একে ধৰণৰ সাজ পোছাক পিন্ধাই এটা 'কেডেটকোৰ' খুলে। সেই কেডেট-বোৰক চিঠিপত্ৰ অনা নিয়া কৰা, চাৰিওফালে সতৰ্ক দৃষ্টি ৰখা আৰু সৰু-সুৰা কিছুমান কাম কৰাত নিয়োগ কৰিলে। সেই কেডেটবোৰে বৰ নিষ্ঠাৰে কাম কৰিছিল। সেই কেডেটবোৰৰ কামত মুগ্ধ হৈ ল'ৰা ছোৱালীক ভাল শিক্ষা দি ভাল কৰাৰ উদ্দেশ্যে সেনাপতিৰ পদ ত্যাগ কৰি তেওঁ ইংলণ্ডলৈ ঘূৰি আহে আৰু এই স্কাউট শিক্ষা প্ৰণালী উদ্ভাৱন কৰে।

লৰ্ড বেডেন পাৱেল ইংলণ্ডলৈ ঘূৰি আহি ১৯০৭ চনত ইংলণ্ডৰ ২০ জন ল'ৰা লৈ ব্ৰাউন চী নামৰ এটা দ্বীপলৈ যায়। তাত এটা শিবিৰ পাতি তাত সেই ল'ৰাবোৰক এটা নতুন ধৰণৰ শিক্ষা দিয়ে। এইটোৱেই স্কাউট শিক্ষাৰ আৰম্ভণি। গাইডিং নাম দি ১৯১০ চনত ছোৱালীবোৰৰ মাজতো সেই একে ধৰণৰ শিক্ষাকে প্ৰচাৰ কৰে। এই স্কাউটিং আৰু গাইডিং আন্দোলন ক্ৰমে

গোটেই পৃথিৱীতে বিয়পি পৰে। ১৯৪১ চনৰ ৮ জানুৱাৰী তাৰিখে লৰ্ড বেডেন পাৱেলৰ পৰলোক ঘটে।

১৯১০ চনত ভাৰততো এই স্কাউট আন্দোলন আৰম্ভ হয়। স্কাউটিং আৰু গাইডিঙৰ লক্ষ্য হৈছে— ভগবানত বিশ্বাস আৰু ভক্তি জন্মোৱা, দেশৰ আৰু মনুষ্যত্বৰ নিস্বাৰ্থ সেৱা কৰা। এই শিক্ষাই ল'ৰা ছোৱালীৰ চৰিত্ৰ গঠন কৰে; পৰ্য্যবেক্ষণ শক্তি বঢ়ায়, কৰ্ত্তব্য পৰায়ণ কৰে, দেশ প্ৰেম জন্মায় আৰু স্বাৱলম্বী কৰে। এই শিক্ষাই শাৰীৰিক, মানসিক আৰু নৈতিক উন্নতি সাধন কৰে। ই সকলো ৰাষ্ট্ৰৰ সকলো মানুহক সামৰি সমিল-মিল ভাব আৰু ঐক্যৰ ডোলেৰে বান্ধিব পৰা এক সঁচাৰ কাঠি।

## হাউলী হাইস্কুলত স্কাউটিং

অসমৰ সকলোবোৰ হাইস্কুলতে কম বেছি পৰিমাণে স্কাউট শিক্ষাৰ প্ৰচলন আছিল। হাউলী হাইস্কুলতো আছিল। আগৰ ছোৱাকালত শ্ৰীধীৰেন্দ্ৰ নাথ পূজাৰীদেৱ স্কাউট মাষ্টাৰ আছিল। মই হাউলী হাইস্কুললৈ আহো ১৯৫১ চনত। ১৯৫২ চনৰ মাৰ্চ মাহত হাউলীৰ ২ কিঃ মিটাৰ পশ্চিমে অৱস্থিত হালাপাকুৰী হাইমাদ্ৰাছাত এটি ১৫ দিনীয়া স্কাউট ট্ৰেইনিং কেম্প হৈছিল। আগৰ কামৰূপ জিলাৰ প্ৰায় সকলোবোৰ হাইস্কুলৰ পৰা দুই এজনকৈ শিক্ষক এই কেম্পলৈ মাতিছিল। হাউলী হাইস্কুলৰ পৰা মই শ্ৰীসদানন্দ দাস আৰু শ্ৰীউগ্ৰমল ডেকা দুজনে তালৈ ট্ৰেইনিং লবলৈ গৈছিলোঁ। স্কাউট ট্ৰেইনিঙত মই ১ম বিভাগত আৰু শ্ৰীডেকাই ২য় বিভাগত পাছ কৰিছিল। কিছুদিন পিচতে ১৯৫২ চনৰ এপ্ৰিল মাহত হাউলী হাইস্কুলত নতুনকৈ স্কাউট শিক্ষা আৰম্ভ কৰোঁ। একেৰাহে কেবাবছৰ স্কাউটিং চলি থকাৰ পিচত হাউলী হাইস্কুলত এন, চি, চি, ট্ৰেইনিং আৰম্ভ হয়।

১৯৫৯ চনৰ মাৰ্চ মাহত নগাওঁ জিলাৰ মিছা নামৰ ঠাইত গোটেই অসম ভিত্তিত এখন স্কাউট জাম্বৰী' অনুষ্ঠিত হৈছিল। অসমৰ সকলো হাই-স্কুলৰ স্কাউট আৰু গাইডে তাত যোগদান কৰিছিল। হাউলী হাইস্কুলৰ পৰা ১০ জন ভাল স্কাউট লৈ স্কাউট মাষ্টাৰ মই আৰু শ্ৰীউগ্ৰমল ডেকা দেৱ তাত যোগদান কৰিছিলো। এই স্কাউট জাম্বৰী ৭ দিন ধৰি চলিছিল। আমাৰ হাউলী হাইস্কুলৰ স্কাউট সকলে তাত ভাল কাম দেখুৱাব পাৰিছিল।

১৯৬০ চনৰ মে মাহত টিহু হাইস্কুলত এটি ১০ দিনীয়া স্কাউট ট্ৰেইনিং কেম্প হৈছিল। হাউলী হাইস্কুলৰ পৰা স্কাউট মাষ্টাৰ হিচাবে মই তাত যোগদান কৰিছিলো। আমাৰ স্কুলৰ পৰা স্কাউট সকল য'লকে গৈছিল তাতেই পাৰদৰ্শিতা দেখুৱাই আহিব পাৰিছিলো।

আমি হাউলী হাইস্কুল এৰি অহাৰ কিছুদিন আগতে হাউলী হাইস্কুলৰ শিক্ষক শ্ৰীঅনন্ট চন্দ্ৰ দাস দেৱে মণি কৰ্ণেশ্বৰত স্কাউট মাষ্টাৰ ট্ৰেইনিং লৈ আহে। সেয়ে হাউলী হাইস্কুলত স্কাউটৰ সুনাম হৈ থাকিব বুলি আশা ৰাখিলোঁ।

[ শ্ৰীযুত সদানন্দ দাস হাউলী হাইস্কুলৰ এজন অৱসৰপ্ৰাপ্ত কৃতী শিক্ষক। এজন নিষ্ঠাবান আৰু সৰৱৰহী ব্যক্তি ৰূপেও পৰিচিত। অৱসৰৰ পাচত এখেত বিভিন্ন সামাজিক কামত জড়িত। ]

# হাউলী হাইস্কুল প্ৰতিষ্ঠাত আৰু বিভিন্ন সময়ত ইয়াৰ উন্নতিৰ অৰ্থে চেষ্টা কৰা অগ্ৰণী ব্যক্তিসকল



৺বিশ্বনাথ দাস



৺দাবাজ আলী চৰকাৰ



৺দীননাথ চৌধুৰী



৺কেশৱ চন্দ্ৰ দাস (মহাজন)



৺দেবেন্দ্ৰ নাথ উজিৰ



৺ডাঃ সুৰেন্দ্ৰ নাথ দাস



শ্ৰীযাদৱ চন্দ্ৰ দাস



শ্ৰীধীৰেন্দ্ৰ নাথ পূজাৰী



মোঃ দেৱান আব্দুল হামিদ

# হাউলী হাইস্কুলৰ কেইগৰাকীমান প্ৰাক্তন প্ৰধান শিক্ষক আৰু পৰিচালনা সমিতিৰ সভাপতি, সম্পাদক



শ্ৰীবাসুদেৱ ভূঞা



৺গুৰু প্ৰসাদ দাস



৺বাসুদেৱ দাস



শ্ৰীজয়কৃষ্ণ চৌধুৰী



শ্ৰীগৌৰীকান্ত শৰ্মা



শ্ৰীপৰন চন্দ্ৰ শৰ্মা



শ্ৰীপৰেশ চন্দ্ৰ উজিৰ
(ভাঃ প্ৰাঃ প্ৰধান শিক্ষক)



শ্ৰীসত্যনাথ দাস
(প্ৰাক্তন সভাপতি)



শ্ৰীপৰমানন্দ দাস
(প্ৰাক্তন সম্পাদক)

# হাউলী হাইস্কুল সোণালী জয়ন্তী উদযাপন সমিতি



কুমাৰ দীপক দাস
সভাপতি



অকন কুমাৰ পাঠক
কাৰ্য্যকৰী সভাপতি



হেমেন দাস
সাধাৰণ সম্পাদক



কাৰ্য্য-নিৰ্ব্বাহক

# বিভিন্ন উপ-সমিতিসমূহ



প্রতিযোগিতা পরিচালনা



সাংস্কৃতিক



স্বেচ্ছাসেবক



তোৰণ, মণ্ডপ আৰু মঞ্চ নিৰ্মাণ



অভ্যৰ্থনা



ব্যৱস্থাপনা



প্ৰদৰ্শনী



হাউলী হাইস্কুলৰ বৰ্ত্তমানৰ শিক্ষক-কৰ্মচাৰীসকল



হাউলী হাইস্কুলৰ বৰ্ত্তমানৰ পৰিচালনা সমিতি



হাউলী হাইস্কুলৰ বৰ্ত্তমানৰ ছাত্ৰ একতা সভা আৰু ভাবপ্ৰাপ্ত শিক্ষকসকল



শ্বহীদ মধু বৈশ্য
এই বিদ্যালয়ৰ প্ৰাক্তন ছাত্ৰ



প্ৰাক্তন ছাত্ৰ ৺নিশিথ চন্দ্ৰ দাস
মাধ্যম আৰু অসম আন্দোলনৰ অগ্ৰণী
নেতা আছিল



৺নিকুঞ্জ বিহাৰী সাহা
প্ৰতিষ্ঠাপক কৰ্মী

---

## স্মৃতিলেখা সম্পাদনা সমিতি



বাওঁফালৰ পৰা (বহি) চাকিনা খাতুন, ধীৰেন্দ্ৰ নাথ পূজাৰী, যাদৱ চন্দ্ৰ দাস,
যোগেশ চন্দ্ৰ নাথ, সদানন্দ দাস।

বাওঁফালৰ পৰা (থিয় হৈ) অনিল ৰয়, কমল বায়ন, ভূপেন দাস, যুগান্ত বায়ন।

# পোহৰেৰে পৃথিৱীক পলস্থুৱা কৰি

মুনীন্দ্ৰ নাৰায়ণ গোস্বামী

জনতাৰ আশাবোৰ
বুটলি বুটলি আনি
জ্ঞান-বিজ্ঞানৰ ৰহণ সানি
সমাজৰ ন জেউতি চৰাম

অবিনাশী শলিতাৰ
পোহৰ-চাকিটি জ্বলাই
কলুষ কালিমা নাশি
প্ৰগতিৰ হেপাহেৰে
মানুহৰ মনবোৰ নিতৌ সজাম ।

ন্যায়ৰ অস্ত্ৰেৰে
ৰুধিম অন্যায়
সমতা কৰণ্ডীৰ
কুসুম বিলাই
প্ৰেম-নিজৰাৰে তৃষ্ণা পলাম ।
পোহৰেৰে পৃথিৱীক পলস্থুৱা কৰি

নতুন চিন্তাৰ মুঠিটিত ধৰি
সময় সোঁতত বঠা বাই বাই
সভ্যতাৰ গুটিটি আমিয়ে গজাম ।

শ্ৰীমুনীন্দ্ৰ নাৰায়ণ গোস্বামী বি, এইচ মহাবিদ্যালয়ৰ ইংৰাজী বিভাগৰ মূৰব্বী অধ্যাপক । সু-শিক্ষক, ৰসিক গোস্বামীদেৱ অসমীয়া সাহিত্যত সু-কবি ৰূপেও জনাজাত ।

# পৃথিৱী

ভূপেন দাস

যাক লৈ
জীয়াই আছে
মানুহ

য'ত
বতি আছে
মানুহৰ
ঘৰ-দুৱাৰ

অহা-যোৱা কৰা
বাট-পথ

গধূলি গোপাল
ধ্যাকুল হোৱা
পদুলি মুখ

পকা সেন্দুৰীয়া আম
কেঁচা জেতুকা পাত

আৰু কিছু
আধা পকা
আধা কেঁচা

কন্দৰ্পসিৰীয়া আবেগ

বুকুৰ মাজত লৈ
জলফাই পাতৰ বতাহ

মই
আছো তেজত

তাতে
মই
আছো

গভীৰ বিশ্বাসত

স্পৰ্শ কৰিছো
মাটি গছ শিপা

অৰ্পণ কৰিছো
ফুলতকৈয়ো সুন্দৰ
পৃথিৱী

শ্ৰীভূপেন দাস হাউলী হাইস্কুলৰ প্ৰাক্তন ছাত্ৰ আৰু বৰ্ত্তমানে অসম চৰকাৰৰ এজন ৰাজপত্ৰিত বিষয়া। অসমীয়া কাব্য জগতত ভূপেন দাস এতিয়া এটা সঘনে উচ্চাৰিত নাম।

# নতুনৰ আহ্বান

গঙ্গাপ্ৰসাদ চৌধুৰী

মোৰ হৃদয়ৰ দাপোনত
দেখিছোঁ আজি
অতীতৰ সহস্ৰ ছবি।
মনৰ পটত বাগৰি যোৱা
দিনবোৰৰ ৰঙীন সপোন।
তাৰেই মাজত কত ইতিহাস;
সোণালী ভৱিষ্যৎ আশাৰ জ্যোতি।
কত সাধনাৰ কত প্ৰেৰণাৰ
আশাৰ বন্তিগছি আদৰি আনে
নতুন পোহৰৰ নতুন আহ্বান।
প্ৰহৰে প্ৰহৰে জাগে তৰঙ্গ ৰাজি
শতাব্দীৰ এই অন্ধক্ষণত লভিছো উল্লাস,
জয় যাত্ৰা এই মহামিলনৰ।
কণ্ঠে কণ্ঠে জাগে অন্তৰ উজাৰি
মহা শংখ ধ্বনি আজীৱন আনন্দ বিলাস।
ফলিব সপোন সাধনাৰ বাটত
ৰুদ্ধহীন গতি তাৰ নাই পাৰাপাৰ
উঠিব গঢ়ি জীৱন্ত মানুহ
উজালি উঠিব আগ্নেয় পোহৰ,
সাক্ষী তাৰ প্ৰতিশ্ৰুতি সফল জীৱন।

[ শ্ৰীগঙ্গাপ্ৰসাদ চৌধুৰী হাউলী হাইস্কুলৰ প্ৰাক্তন ছাত্ৰ; বৰ্ত্তমানে হাউলী আদৰ্শ বিদ্যাপীঠৰ শিক্ষক। শ্ৰীচৌধুৰীৰ সৰু কালৰ পৰাই কাব্য-প্ৰীতি আৰু কবিতা লিখাত ৰাপ আছে। ]

# তোমাৰ চিনাকী মাত

প্ৰতাপ দাস

উৎসৱলে মাতিছাঁ
যাম,
কৱিতাৰ বাবে
আজি বুকুৰ দুৱাৰ খুলি
ওলাই আহিছে লানি নিছিগা
শোভাযাত্ৰা
চৌদিশে বিচ্ছুৰিত হৈছে
তোমাৰ চিনাকি মাত
ওঁঠৰ মধুৰ পৰশ

আজিও পাহৰি যোৱা নাই
ল'ৰালিৰ স্মৃতিৰ উজ্জ্বলতা
বুকুৰ গভীৰতা
তোমাৰ কোলাতেই জীয়াই উঠিছোঁ
মানুহৰ দৰে
বিচাৰি পাইছোঁ, চম্পা ফুলৰ ৰাতি
ভ্ৰমি ফুৰিছোঁ পথ-জনপথ,
চহৰ নগৰ, সকলোতে

কোন আকাশৰ তলত
তোমাৰ ঘৰ, পথাৰ
মোৰো ঘৰ তাতেই
অসহায়, ক্ৰুদ্ধ কঠিন দুৱাৰ ভাঙি
গঢ়ি তুলিব খুজিছোঁ
কবিতাৰ জোনাক ভৰা ৰাতি।

[ শ্ৰীপ্ৰতাপ দাস হাউলী হাইস্কুলৰ প্ৰাক্তন ছাত্ৰ আৰু প্ৰতিশ্ৰুতি পূৰ্ণ কবি। এওঁৰ কবিতা সংকলন উপত্যকাৰ পৰা (যুটীয়া) ইতিমধ্যে প্ৰকাশ হৈছে। ]

# মানুহৰ প্ৰিয় অনুষ্ঠান

ছাদিকুৰ ৰহমান

প্ৰত্যয় আৰু প্ৰত্যাশাৰে
তুমি
তুমি পোহৰ
তোমাৰ সতে মোৰ বন্ধুত্ব
প্ৰবাহিত তেজত ব'দ আছে
ব'দত আছে
সু-দৃঢ়তা
প্ৰেম আৰু ভাতৃত্ব
তুমি মোৰ চেতনা সৃষ্টিৰ
এই প্ৰিয় পৃথিবীত
এটা জলপ্ৰপাত
এখন আকাশ
কেইটামান চৰাই
এডবা শস্য
নিৰ্মাণ হওঁক
বিশ্বজনীন
জোনাকী দলং
সুবৰ্ণ কৰা
প্ৰতিটো মানুহৰ
এই প্ৰিয় অনুষ্ঠান
মানুহৰ বাবে
আজি তোমাক
নমস্কাৰ ।

ছাদিকুৰ ৰহমান হাউলী হাইস্কুলৰ প্ৰাক্তন ছাত্ৰ। বাণিজ্য স্নাতক ৰহমানৰ কবিতা লিখাতো আগ্ৰহ আছে ।

# আমাৰ স্কুলৰ বেলটো

ধ্ৰীমান কুমাৰ চৌধুৰী

বে'লটো কেতিয়াবা আজিও শুনো
কাৰণ তাত এটা 'বিভল্যুইউশ্বন্' আছে

মনৰ মাজত কাহিনী হৈ থাকে
সেই পুৰণি দিনবোৰৰ স্মৃতি

জ্ঞান, শ্ৰদ্ধা আৰু প্ৰতিবাদৰ
কাহিনীবোৰ দিনবোৰে যেন কৈ থাকে ।

সেই দিনবোৰৰ সংলাপে
আজিও মনত এটা 'বিভল্যুইউশ্বন' আনে ।

আচলতে মই বেল'টোক ভাল পাওঁ,
তাত কিবা এটা 'বিভল্যুইউশ্বন্' আছে ।

সেই বে'লটো
মোৰ দৰে আন বহুতে দেখা সেই বে'লটো

আজিও আছে
আগলৈও থাকিব

মোৰ মৃত্যুৰ পিছতো থাকিব

কাৰণ তাত এটা যুগান্তকাৰী বিভল্যুইউশ্বন্' আছে ।

[ শ্ৰীধীমান কুমাৰ চৌধুৰী হাউলী হাইস্কুলৰ প্ৰাক্তন ছাত্ৰ, কবিতাত ৰাপ থকা শ্ৰীচৌধুৰী বৰ্ত্তমানে বি, এইচ কলেজ ছাত্ৰ একতা সভাৰ সাধাৰণ সম্পাদক । ]

# এনেকৈয়ো

● উৎপল নাথ

ইয়াত এটা উৎসৱ হ'ব
সোণালী উৎসৱ
গভীৰতাত—

হৃদয়ত হৃদয় প্ৰতিষ্ঠা হ'ব
কবিতাৰ গালত ৰঙীন চুমা খাই
প্ৰেমিক কবি মাতাল হ'ব

গা ধুই আতৰ নাঢালিবা
প্ৰেমৰ নিভাঁজ সুগন্ধ
তেজত সততে থাকিব

"প্ৰেমহীনতা" পৃথিৱীৰ অসুখ
ভালহৈ আহিব
এনেকৈয়ো

[ হাউলী হাইস্কুলৰ প্ৰাক্তন ছাত্ৰ শ্ৰীউৎপল নাথ অসমৰ বৰ্ত্তমান নতুন চাম কবি সকলৰ মাজৰ এগৰাকী প্ৰতিভাৱান কবি। সৰ্ব্বভাৰতীয় স্তৰত ব'টা পোৱা এইগৰাকী কবি বৰ্ত্তমান সদৌ অসম কবি সন্মিলনৰ সহঃ সাধাৰণ সম্পাদক আৰু গুৱাহাটী কবিচক্ৰৰ সাঃ সম্পাদক ]

# সকিয়নি

প্ৰণৱজ্যোতি দাস

হেজাৰ জনতাৰ ত্যাগেৰে
তুমি জয়ী হ'লা নতুন পুৰুষ
তুমিয়েইতো প্ৰতিশ্ৰুতি দিছিলা
—ৰাতি পুৱাব

এতিয়াওচোন দুপৰ ৰাতি
অন্ন-বস্ত্ৰৰ হাহাকাৰ
তেজৰ হেতালি খেল
এতিয়াও আছে দেখোন

নতুন পুৰুষ,
তোমাৰো ভুল হোৱা নাইতো ?

শ্ৰীপ্ৰণৱজ্যোতি দাস হাউলী হাইস্কুলৰ দশম মান শ্ৰেণীৰ ছাত্ৰ । এওঁৰ লিখা-মেলা আৰু অভিনয় আদিত বিশেষ ৰাপ আছে ।

# হাউলী

সুৰেন্দ্ৰ নাথ দাস

পুৰণি কলীয়া ইতিহাসে বচা
হাউলী নগৰী মোৰ
মনৰ পটত জিলিকি উঠিছে
অতীতৰ স্মৃতিবোৰ ॥

সেউজী ধাননি গছ গছনিৰ
শ্যামল ৰঙৰ মেলা।
পাতি আছা তুমি চেনেহী জননী
ৰূপৰ ৰঙৰ খেলা ॥

পকা বাজআলি চাৰিদিশে চাবি
মাজত বজাৰ খনি।
বুধে শনিয়ে বেপাৰ বণিজে
পাতে জীৱন-চাউনী ॥

গোহাঁই কমল আলি উত্তৰে
দক্ষিণে কদমগুৰি।
পশ্চিমে বেঁকী বই আছে নদী
পূৱত মানাহ ধৰি ॥

প্ৰকৃতিৰ চাবি বেষ্টনীৰ মাজত
নগৰী হাউলীৰ স্থিতি।
জ্ঞান কৃষ্টি কলা ৰঙৰ সঁফুৰা
পাতে নগৰৰ ভেটি ॥

ত্ৰিবেণী সঙ্গম মিলনৰ ক্ষেত্ৰ
নাভি কেন্দ্ৰ সদৰৰ।
হাউলী নগৰী অতীত সুঁৱৰি
পাতে মেলা মানৱৰ ॥

ৰৰনগৰ ৰাজ্য বজালী পৰগণা
পশ্চিম আৰু পূৰ্বৰ।
বাউসী পৰগণা জগতত জনা
নাম দক্ষিণ দিশৰ ॥

তিনিও ৰাজ্যৰ ভূমি মিলনৰ
হাউলী নগৰী এই।
তিনিও ঠাইৰ কেন্দ্ৰ বিন্দুৰ
আছে সিংহদ্বাৰ হই ॥

নানা জাতি উপজাতি সবৰ
মিলন একতা ভূমি।
এই নগৰীৰ জীৱন্ত কাহিনী
হোৱা সচেতন শুনি ॥

জন জীৱনৰ দুখ বেথা জড়
ভাঙি কৰ্মভূমি ৰচি।
উৎসৱ পৰব ধৰম কৰমত
গঢ়ি উঠে এনাজাৰ ॥

বৃন্দাবন পুৰী নাম থওঁ তাৰ
ৰাসলীলা ভূমি য'ত।
নগৰৰ মাজত ক্ষণিক পূৰত
প্ৰকাশে অতি মহৎ ॥

শাৰদীয় চন্দ্ৰ প্ৰাণৰ কেন্দ্ৰ
থান ৰাসলীলা এই।
কৰ্ম্মজড় যত সমস্ত লোকৰ
আকাঙ্খাৰ পুণ্য ঠাই ॥

পূবৰ দিশত মানাহাৰ পাৰত
শোভিছে সত্ৰ মহান।
পোৰাভঁড়াল নামেৰে খ্যাত
সত্ৰ শোভনীয়া থান ॥

গোপাল আতাৰ হৰিৰ নামৰ
সত্ৰ এই চৰাচৰ।
জুৰ কৰা প্ৰাণ ৰত নৰ গণ
হৰিনামে মাত্ৰ সাৰ ॥

উথলে প্ৰাণৰ তপত তেজৰ
সুমৰিলে স্মৃতি কথা।
মানাহ নদীৰ পাৰে পাৰে ৰচা
অতীত কাহিনীৰ বেথা ॥

ৰাজধানী সেই বীৰ কায়স্থ
চণ্ডী বৰুৱাৰ হাউলী।
বুৰঞ্জীৰ পাত লুটিয়ালে পাওঁ
বেলি মাৰৰ কাহিনী ॥

হই শেষ বন্দী বীৰ বৰুৱা চণ্ডী
ৰণক্ষেত্ৰে দিলে প্ৰাণ।
অসম জননীৰ শেষ কীৰিতিৰ
মাৰ গ'ল শেষ ক্ষণ ॥

ধন্য পিতৃৰ ধন্য জীয়ৰী
মনোমতী আইদেউ।
ৰাখিছিল ভুলাই নাচ গান চলাই
শত্ৰুক বন্ধন কই ॥

প্ৰাণ আহুতিকো দিবলৈ অকনো
নকৰে সঙ্কোচ বেথা।
আকাশে বতাহে ধূলি মাকতিয়ে
দিয়ে জান সেই কথা ॥

অসমৰ ৰমনী বীৰ সেনানী
শেষ যুঁজ দিলে য'ত।
ময়নবড়ীৰ গৌৰৱ কীৰিতি
বেলি মাৰ গ'ল তাত ॥

সুৰীয়া অতীতক মিলাই সুৰক
আহা সকলোৱে ভাই।
ৰচোঁ আহা আজি নতুন হাউলী
প্ৰেম একতাৰ ঠাই ॥

হাউলী জননী বীৰ প্ৰসবিনী
মুখে মুখে ৰিঙিয়াই।
আজিৰ যুৱকে কৰ্ম্মৰ বেশেৰে
যোৱা তাক সকিয়াই ॥

ভেদাভেদ ভাব ধনী দুখীয়াৰ
সকলো পাহৰি ভাই।
চণ্ডী বৰুৱা স্মৃতি ভৱনত
কোৱা কথা সইত্ত থাই ॥

ৰঙ ৰহইচৰ কৃষ্টি কলাৰ
অপূৰ্ব্ব মিলন ভূমি।
সময়ৰ সোতে সোঁৱৰাই তাকে
ইতিহাসৰ হাউলী ॥

অ' মোৰ চেনেহী হাউলী জননী
মানৱ দেৱতাৰ ভূমি।
তোমাৰ কোলাতে সৃষ্টি হয় নিতে
জ্ঞানী ভক্ত বীৰ কৰ্ম্মী ॥

গাও একে সুৰে একতা বান্ধেৰে
জয় হাউলী জননী।
জাগি উঠা এবে লৰা বুঢ়া সবে
লই নতুনৰ বাণী ॥



[ শ্ৰীসুৰেন্দ্ৰ দাস, হাউলী হাইস্কুলৰ প্ৰাক্তন ছাত্ৰ, বৰ্ত্তমান অনানুষ্ঠানিক শিক্ষাৰ সমন্বয়ৰক্ষী বিষয়া। শ্ৰীদাসৰ সৰুৰে পৰা সাহিত্য চৰ্চ্চাত ৰাপ আছে। ]

# বোধিদ্রুমৰ দৰে

হেমেন দাস

স্মৃতিৰ নদীয়েদি উজাই গলেই অনুভৱ কৰো
তেওঁৰ বিশালতা

জ্ঞান আৰু ভাল পোৱাৰ কথা
কি গভীৰ আৰু অন্তৰ পৰশা

কেনেকৈ পাহৰো
তেওঁৰ কোলাত কটোৱা
মোৰ কিশোৰ কাল

তেওঁৰেই মোক হাতত ধৰি
মুকলিত লৈ ঘূৰাই ফুৰালে
সাতোটা বছৰৰ দীঘল বাট

কি সুন্দৰ
কি অপূৰ্ব্ব
কি প্ৰশস্ত তেওঁৰ হাত

তেওঁ বৈ থাকে
কোলাত লবলৈ
মোৰ দৰে
এজাক কিশোৰ

বৈ থাকে
মানুহৰ হৃদয়ত
সিঁচিবলৈ সবুজ পোহৰ

তেওঁ বৈ থাকে
ফুল আৰু ফলৰ মাজত

চৰাইৰ দৰে গীত গায় দোকমোকালিত
তেওঁ গছৰ তলৰ ছাঁ হয় দুপৰীয়া

বৈ থাকে তেওঁ
বোধিদ্ৰুমৰ দৰে

তেওঁ বৈ থাকে
সেউজীয়া পাতৰ গছৰ শিপা হৈ

মাটিৰ বিশালতাত মেলি দিয়ে
তেওঁৰ পলসুৱা ওঁঠ আৰু আবেগৰ আঙুলিবোৰ

বৈ থাকে
বাঁহীৰ সুৰৰ গতি হৈ
কঁপাই যায় মনৰ কোঠাৰ
সেমেকা গধূৰ বতাহ

সুখৰ দিনতো
দুখৰ দিনতো
আনকি
সংকটৰ দিনতো

তেওঁ ৰৈ থাকে
ওঁঠত এক অনাবিল হাঁহি লৈ

মাধুৰ্য্য সানি
মানুহৰ মাজতো তেওঁ থাকে

ৰৈ থাকে
মোহনীয় ৰূপ লৈ

যেন
তৰাৰ মাজৰ জোন

তেওঁৰেই
বেলিটোক বুকুত লৈ
ব'দৰ মুখত আঁকি দিয়ে বৰষুণৰ মড়ল

এখন এখন কৈ
তেওঁ মেলি দি যায়
মানুহৰ মনৰ পথাৰে পথাৰে
শুভেচ্ছাৰ সেউজীয়া কমাল

ভাগৰ অথবা বতৰ
একো নাই তেওঁৰ

ঋতুৰে ঋতুৰে তেওঁ আছে
ফুল আৰু ফলৰ বাবে

ৰ'দৰ প্ৰাৰ্থনাত
তেওঁ আছে

এখন পতাকাৰ দৰে

এতিয়া তেওঁৰ বয়স কুৰি দহ বছৰ ।

হাউলী হাইস্কুলৰ প্ৰাক্তন ছাত্ৰ শ্ৰীহেমেন দাস বৰ্ত্তমান এ, চি, এচ বিষয়া । বিগত অসম আন্দোলনৰ এজন আগশাৰীৰ কৰ্ম্মী শ্ৰীদাসৰ সাংগঠনিক দক্ষতাই হাউলীৰ প্ৰায়বোৰ ৰাজহুৱা অনুষ্ঠানৰ দায়িত্ব লবলৈ বাধ্য কৰিছে। সোণালী জয়ন্তী উদ্‌যাপন সমিতিৰ সাধাৰণ সম্পাদক শ্ৰীদাস অভিনয় আৰু সাহিত্য চৰ্চ্চাতো ব্ৰতী ।

# আধাৰশিলা

ডিম্বেশ্বৰ দাস

তোমাৰ প্ৰেমৰ বেদীত
থিয় হ'ব এজন মানুহ।

সি থিয় হ'ব
ধনুৰ কাঁড়ৰ দৰে।

তোমাৰ বুকুৰ মজিয়াত ভৰি থৈ
সি মেলি দিব
অশ্বমেধ জীৱনৰ

তোমাৰ পলসুৱা নদীৰ পাৰত
সোণালী আঘোণ হৈ
গজি উঠিব
তাৰ সপোন

তোমাৰ প্ৰেমৰ বেদীত
মানুহ এজন থিয় হ'ব।

[ হাউলী হাইস্কুলৰ প্ৰাক্তন কৃতী ছাত্ৰ ডা° ডিম্বেশ্বৰ দাস বৰ্ত্তমানে গুৱাহাটী চিকিৎসা মহাবিদ্যালয়ৰ স্নাতকোত্তৰ শ্ৰেণীৰ ছাত্ৰ। অসমীয়া কবিতা জগতৰ পৰিচিত যুৱক ডা° দাস এগৰাকী অভিনেতাও। ]

# ॥ হাউলী হাইস্কুলৰ কথা ॥

ডাঃ দেৱেন দাস

১৯৩৯ ইং চনৰ ৩ মাৰ্চ্চ তাৰিখে স্থাপন হোৱা হাউলী হাইস্কুলখন হাউলী অঞ্চলৰ বাবে অতি পৱিত্ৰ জ্ঞানৰ মন্দিৰ। পঞ্চাশ বছৰে এই মহৎ অনুষ্ঠানে বহুতো বিজ্ঞ ব্যক্তিৰ জন্ম দিছে। ইয়াৰ গৌৰৱ দূৰ-দূৰণিতো প্ৰচাৰ হৈছে। বিদ্যালয়খনিৰ সবাতকৈ উল্লেখনীয় দিশ হৈছে— ই গোটেই অঞ্চলটোৰে সামাজিক সংহতিৰ ভাৰ বহন কৰাটোৱে। বিগত পঞ্চাশ বছৰত সৰু বৰ অনেক ধুমুহা বিদ্যালয়খনিৰ ওপৰেৰে পাৰ হৈ গৈছে। ১৯৪২ চনৰ গণ বিপ্লৱৰ ধুমুহাত ছাত্ৰ সকলে যেতিয়া আন্দোলনত জপিয়াই পৰিছিল তেতিয়া ইয়াৰ ওপৰত আন্দোলনৰ প্ৰভাৱ বাৰুকৈয়ে পৰিছিল। স্কুল ভাঙি যাব বুলিয়েই সকলোৱে ধাৰণা কৰিছিল, কিয়নো ইয়াৰ ওপৰত শাসক শ্ৰেণীৰ কোপ দৃষ্টি পৰিছিল। ১৯৪৬ চনত আৰু ১৯৫০ চনতো সাম্প্ৰদায়িক অৰিয়া-অৰিত বিদ্যালয়ত এটি অস্থিৰ অৱস্থা হবৰ উপক্ৰম হৈছিল। কিন্তু হাউলীবাসী সকলো সম্প্ৰদায়ৰ ৰাইজৰ প্ৰচেষ্টাই অশেষ কষ্টেৰে ইয়াৰ স্থিতি ৰক্ষা কৰিব পাৰিছিল। যোৱা অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনতহে (১৯৭৯-১৯৮৫) ইয়াৰ ভেটি থৰক-বৰক হবৰ উপক্ৰম হয়। যেতিয়া বাহিৰৰ পৰা অহা ৰাজনৈতিক উপচক্ৰই বিদ্যালয়ৰ ভিতৰত থিতাপি লবলৈ সুযোগ পালে, তেতিয়া বিদ্যালয়খনিয়ে প্ৰবল ধুমুহাৰ সমুখীন হব লগা হ'ল। অসমৰ হক দাবীৰ বিৰুদ্ধাচৰণ কৰা লোকো যেতিয়া বিদ্যালয়ৰ ভিতৰতে ওলাল, তেতিয়াই ছাত্ৰ-শিক্ষকৰ মাজতো একতা বিঘ্নিত হৈ বিদ্যালয়ৰ মধুৰ পৰিৱেশৰ পৰিবৰ্ত্তে বিষাক্ত হবৰ উপক্ৰম হৈছিল। চৰকাৰী পক্ষইও পৰিৱেশ বিষাক্ত কৰণত আগভাগ লৈছিল। কিন্তু সুখৰ বিষয়, অসম চুক্তি হৈ যোৱাৰ পিচত বিদ্যালয়ৰ পৰিৱেশৰ পুনৰ স্থিতিশীলতা আহি পৰে। এই-দৰে দেখা যায় হাউলী হাইস্কুলে অনেক বিপদ-বিঘিনি, ধুমুহাত আক্ৰান্ত হৈয়ো তাৰ স্বকীয় মিলনৰ পৰম্পৰা ৰক্ষা কৰি, জ্ঞান বিস্তাৰৰ জয়যাত্ৰা অটুত ৰাখিব পাৰিছে। ই আমাৰ বাবে কম গৌৰৱৰ কথা নহয়।

জয়তু হাউলী হাইস্কুল

ডাঃ শ্ৰীদেবেন দাস হাউলী হাইস্কুলৰ প্ৰাক্তন ছাত্ৰ। এজন সৰবৰহী চিকিৎসক আৰু সমাজ কৰ্মী, লগতে, শিক্ষা-সচেতন ব্যক্তি ৰূপে সকলোৰে বিদিত।

# হাউলী নাট্য সংঘৰ আদি কথা

থিৰেশ্বৰ দেৱ শৰ্ম্মা

হাউলী অঞ্চল বিভিন্ন দিশত শিক্ষাত আগবঢ়াৰ লগে লগে কলা, সংস্কৃতিৰ দিশটো পিচপৰি থকা নাই। এই অঞ্চলৰ কলা, সংস্কৃতিত আগবঢ়াব গুৰিতে হাউলী নাট্য সংঘৰ প্ৰভাব। পৰবৰ্ত্তী কালত নাট্য কলা, অভিনয় আদিৰ ক্ষেত্ৰত ইয়াৰ প্ৰভাব গাঁৱে গাঁৱে প্ৰসাৰিত হৈছিল। চণ্ডীবৰুৱা স্মৃতি ভৱনত নাট্য সংঘৰ থিয়েটাৰৰ কথা শুনিলেই গাওঁ ভূঁইৰ পৰা আহি মানুহ ভৰি পৰিছিল। অভিনয়ৰ প্ৰসাৰতাৰ ফলত এই অঞ্চলৰ গাওঁবোৰত যাত্ৰাদল গঠন হৈছিল, অভিনয় চৰ্চ্চাত আগবাঢ়িছিল।

হাউলী নাট্যসংঘ ২২ / ৩ / ৫৪ ইং তাৰিখে আনুষ্ঠানিক ভাৱে উদ্বোধন কৰা হয় যদিও ইয়াৰ জন্ম লগ্নৰ কথা অলপ আলোচনা কৰা সমীচিন হব যেন পাওঁ।

১৯৩৩ চনত হাউলী ছাত্ৰ সভাৰ বিদ্যালয়ৰ ডেকা সকলে "সেৱা-সংঘ" গঠন কৰি ১৯৩৪ চনত হাউলী ৰাস-উৎসৱত থিয়েটাৰ কৰাৰ অনুমতি পায়। সৰভোগৰ ভলুকাদবাৰ শ্ৰীযোগেন্দ্ৰ নাথৰ পৰা 'মনোমতী' নাটকখন অনা হয়, পোছাক যোগাৰ কৰা হয় জাখলিৰ পামৰ পৰা, মঞ্চৰ কাৰণে চিন আদি কিনি অনা হয় মাত্ৰ ৫৭·০০ টকাত বৰপেটাৰ ৰায়তপাৰাৰ পৰা। ১৭ জন যুৱকে এটকাকৈ বৰঙণি তুলি দলাগাওঁৰ ৺ কেশৱ মহাজনক ৰাতি টোপনিৰ পৰা জগাই চল্লিশ টকা ধাৰ কৰি এই চিন খিনি কিনা হৈছিল। আনোতে গৰুগাড়ীৰ ভাড়া লাগে দুই টকা। সেৱা সংঘৰ কৰ্ম্মী সকলৰ প্ৰৱল ইচ্ছা আৰু একাগ্ৰতাৰ ফলত ৰাসউৎসৱত 'মনোমতী' নাটক অভিনীত হ'ল। মঞ্চত চিন চেটিঙত অভিনয় কৰাৰ অকনো অভিজ্ঞতা ডেকা সকলৰ নাই। ৺ বিশ্বনাথ দাস, ডাঙৰীয়াই সকলো কামৰ দিহা লগাই দিলে। নিজে নাট পৰিচালনা কৰিলে। অগ্নীকবি ৺ প্ৰসন্ন লাল চৌধুৰী দেৱে স্মাৰক হৈ সহায় কৰিলে, বৰপেটা উকিল সন্থাৰ শিল্পী প্ৰধান ৺ দেৱান ৰায় চৌধুৰী দেৱে চিন টনাত সহায় কৰি দিলে। এই মহান শিল্পীসকলে আমাৰ তৰুণ শিল্পী সকলক কৰা এই সহায় সহানুভূতিৰ কথা আমি কোনো কালে পাহৰিব নোৱাৰোঁ। ৺ কেশৱ মহাজনৰ ধাৰ

তেওঁৰ ভায়েকৰ বিয়াত থিয়েটাৰ কৰিহে পৰিশোধ কৰা হয়। সেৱা সংঘই অস্থায়ী মঞ্চ সাজি ৰাস, দৌল, শ্যামাপূজাত বৰপেটাৰোড্, মাজৰ গাওঁ, দলাগাওঁ, খাটালপাৰা আদি গাওঁত থিয়েটাৰ কৰি ৰাইজৰ সমাদৰ লাভ কৰিছিল। ১৯৪৬ চনতে হাউলীৰ বাহিৰত কলেজ আদিত পঢ়া লৰাবোৰে প্ৰগতি সংঘও গঠন কৰে। এই সংঘ ১৯৫১ চনলৈ চলে। প্ৰগতি সংঘৰ দ্বাৰাও কেবাখনো নাট মঞ্চস্থ কৰা হয়। অস্থায়ী মঞ্চ সাজি নাটক অভিনয় কৰাটো অতি কষ্টকৰ হোৱাহেতু হাউলীত এটি স্থায়ী মঞ্চ আৰু হল নিৰ্ম্মাণৰ উদ্যম কৰা হয়। এম. ভি স্কুলখনৰ ঘৰটো বুনিয়াদী বিভাগে বেচিক একাডেমীৰ বাবে নতুনকৈ বান্ধি দিয়াত পুৰণি ঘৰৰ কাঠ, টিনপাত আদিৰ আধা ডাক্তৰখানাৰ বাবে আৰু আধা হল বন্ধাৰ বাবে ৰখা হয়। এইদৰে ১৯৫১ / ৫২ চনতে হলৰ আৰু ডাক্তৰ খানাৰ আৰম্ভণী হয়। সেই সময়ত হলৰ ভেটি বন্ধা কাম যুৱক সকলে কায়িক শ্ৰমেৰে সম্পন্ন কৰিছিল।

হলৰ নাম হাউলীৰ বিখ্যাত ঐতিহাসিক পুৰুষ ৺চণ্ডী নাৰায়ণ বৰুৱাৰ নামেৰে ৺চণ্ডীবৰুৱা স্মৃতিভৱন ৰখা হয়। হল কমিটিৰ প্ৰথম সভাপতি ৺কেশৱ চন্দ্ৰ দাস মহাজন আৰু সম্পাদক হয় ৺ৰাজমোহন চৌধুৰী। ১৯৫১ চনৰ পৰা ১৯৫৪ চনলৈ হাউলী হাট মহলদাৰৰ পৰা চণ্ডীবৰুৱা ভৱনৰ কাৰণে বছৰি ৫ হাজাৰকৈ টকা বৰঙণি পাই হলৰ কাম সম্পূৰ্ণ হয়।

ইয়াৰ ভিতৰতে হাউলী সেৱা সংঘৰ কিছুসংখ্যক কৰ্মীৰ দ্বাৰা এটি গানপাৰ্টি গঠিত হয় ১৯৫২ চনত। ১৯৫২-৫৩ চনত গানপাৰ্টি আৰু সেৱা সংঘৰ মিলিত ৰূপত হাউলী "নাট্য সংঘ"ৰ জন্ম হ'ল। প্ৰগতি সংঘৰো কিছু সদস্য নাট্য সংঘত যোগদান কৰে। নাট্য সংঘৰ সভাপতি হয় ৺কেশৱ মহাজন আৰু সম্পাদক হয় শ্ৰীথিৰেশ্বৰ দেৱ শৰ্ম্মা। উপসভাপতি হয় ৺নিকুঞ্জ বিহাৰী সাহা ৰায়। সেৱা সংঘ আৰু হাউলী গানপাৰ্টিৰ টকা পইচা আৰু চিন-পোছাক আদি নাট্য সংঘৰ নামত জমা হয় আৰু ২২/৩/৫৪ ইং তাৰিখে পণ্ডিত প্ৰৱৰ ৺নাৰায়ণ মিশ্ৰৰ সভাপতিত্বত হোৱা বিৰাট ৰাজহুৱা সভাত ৺চণ্ডীবৰুৱা স্মৃতি ভৱন আৰু নাট্য সংঘ অনুষ্ঠানিক ভাৱে মুকলি কৰা হয়। সু-সাহিত্যিক, প্ৰত্নতত্ববিদ ৺উপেন্দ্ৰ লেখাৰু দেৱে সভাত মুখ্য অতিথি আছিল অসম জননীৰ সু-সন্তান মাননীয় ৺মহেন্দ্ৰ মোহন চৌধুৰীদেৱেও অনুষ্ঠানত উপস্থিত হৈ অনুপ্ৰেৰণা যোগাইছিল। ৰাতি নাট্য সংঘৰ নতুন মঞ্চত 'টিপুচুলতান' নাটকখনি ৰাইজৰ আশীৰ্ব্বাদ শিৰত লৈ মঞ্চস্থ কৰা হয়। এখন যুটীয়া সমিতিৰ অধীনত "মনোমতী" পুথিভঁৰাল প্ৰতিষ্ঠা হয়। মনোমতী পুথিভঁৰালৰ সম্পাদক পতা হয় শ্ৰীযোগেশ নাথক।

জন্ম লগ্নৰ পৰা বৰ্ত্তমানলৈ কলাকৃষ্টি, নাট্য অভিনয়ৰ ক্ষেত্ৰত হাউলী নাট্য সংঘই কি কৰিছে সেয়া ৰাইজৰ বিচাৰৰ বিষয়। আৰম্ভণীৰে পৰা ১৯৭৩ চনলৈ ৪৫খন নাটক সফলতাৰে মঞ্চস্থ কৰি হাউলী নাট্য সংঘই মঞ্চজগতত অভিলেখ স্থাপন কৰিছিল। তাৰোপৰি অতি গৌৰৱৰ কথা যে অসমৰ মঞ্চজগতৰ শীৰ্ষস্থানীয় ৺ব্ৰজনাথ শৰ্ম্মা, কলাগুৰু ৺বিষ্ণুপ্ৰসাদ ৰাভা, ৺ব্ৰজেন্দ্ৰ বৰুৱা, নটসূৰ্য্য ৺ফণী শৰ্ম্মা আদি উজ্জ্বল নক্ষত্ৰ

বোৰৰ পদাৰ্পনে, হাউলী নাট্য সংঘৰ মঞ্চ পৱিত্ৰ কৰি গৈছে ।

আজি হাউলীত বহুতো ক্লাব, সংঘ আদিৰ সৃষ্টি হৈছে । কিন্তু কোনোটো সংঘই ৰাইজৰ মনত ৰেখাপাত কৰিব পৰা নাই । সেয়ে নতুন পুৰুষ চামলৈ আমাৰ অনুৰোধ, হাউলী নাট্য সংঘৰ সেই পূৰ্ব্বৰ গৌৰৱ আৰু পৰম্পৰা ৰক্ষা কৰি উন্নতিৰ পথত আগুৱাই নিবলৈ তেওঁলোক আগবাঢ়ি আহক ।

[ শ্ৰীথিৰেশ্বৰ শৰ্ম্মা হাউলী নাট্য সংঘৰ মঞ্চৰ নেপথ্যৰ লৌহ মানৱস্বৰূপ । আৰম্ভণীৰ পৰা তেখেতে নাট্য সংঘৰ সম্পাদক হৈ আছে । প্ৰায় আশী বছৰৰ ওচৰাওচৰি বয়সৰ শ্ৰী শৰ্ম্মা হাউলীৰ বিভিন্ন ধৰ্মীয় আৰু সামাজিক কামৰ সৈতে ওত:প্ৰোত ভাৱে লাগি থকা সমাজ কৰ্মী । ]

# ॥ হাউলী হাইস্কুলৰ জাতীয় শিক্ষাৰ্থী বাহিনী ॥

● প্ৰৰণীধ্ৰৰ ভাগৱতী

জাতীয় শিক্ষাৰ্থী বাহিনীৰ উদ্দেশ্য হৈছে

1. To develop Character, Comredship, ideal of service and capacity for leadership in young men and women.
2. To provide service training to young men and women so as to stimulate interest in the defence of country.
3. To build up a reserve of man power to enable the Armed Forces to expand rapidly in a natlonal emergency.

To obey God's order as delivered by Conscience— that is duty.
To obey mans order as issued by righlful authority— that is discipline.

১৯৪৭ চনৰ আগতে ভাৰতবৰ্ষত বৃটিছ চৰকাৰে কলেজ আৰু বিশ্ববিদ্যালয়ত ছাত্ৰক সামৰিক শিক্ষা দিছিল। কিন্তু ১৯৪৭ চনৰ ভাৰতবৰ্ষৰ স্বাধীনতাৰ পিচত নেতাসকলে আমাৰ দেশখন সুৰক্ষিত কৰিবৰ কাৰণে চিন্তা কৰিবলৈ ধৰিলে আৰু প্ৰত্যেক যুৱককেই সামৰিক শিক্ষা দিয়াৰ পোষকতা কৰিলে। আগেয়ে এইবোৰ শিক্ষা স্কুলত নাছিল যদিও এতিয়া কিন্তু সকলো স্কুলতে এইবোৰ শিক্ষা দিবলৈ ধৰিলে। এই সংক্ৰান্তত চৰকাৰে এখন কমিটি গঠন কৰি দিছিল যিখন কমিটিয়ে সকলোবোৰ কাম-কাজ চাই চৰকাৰৰ ওচৰত এখন প্ৰতিবেদন বিল হিচাপে দাখিল কৰিছিল আৰু সেইখনেই গৈ ১৯৪৮ চনত এন্, চি, চি এক্টত পৰিণত হৈছিল।

এই সূত্ৰতেই আজি ভাৰতবৰ্ষত লাখ-লাখ ল'ৰা-ছোৱালীয়ে স্কুল কলেজৰ পৰা এই শিক্ষা লাভ কৰি আহিছে। এই শিক্ষা বিভাগটোক আকৌ তিনিটা ভাগত ভাগ কৰিছে পদাতিক ( Army ) নৌ বিভাগ (Navy) বিমান বাহিনী ( Air Force ) আৰু ইয়াৰ উপৰিও চৰকাৰে ছোৱালী স্কুলৰ বাবে Girls' Division নামেৰে নামাকৰণ কৰি ছোৱালীৰ মাজতো এটি এন, চি. চি, ৰ দল খুলিবৰ সুবিধা কৰি দিছে।

১৯৫৫ চনৰ নবেম্বৰ মাহত অসমৰ এন্

চি, চি বিভাগৰ শিক্ষাধিকাৰ শ্ৰীতুলাল চন্দ্ৰ ভূঞা দেৱে হাউলী হাইস্কুলৰ প্ৰধান শিক্ষক শ্ৰীপৰেশ চন্দ্ৰ উজীৰ ডাঙৰীয়াৰ লগত আলোচনা কৰি হাউলী হাইস্কুলত Auxiliary Cadet Corps ( ACC )ৰ এটি দল খুলিবলৈ সিদ্ধান্ত কৰিছিল আৰু সেইমতে ১৯৫৬ চনৰ ৩ জানুৱাৰী তাৰিখে তেজপুৰৰ ওচৰৰ বৰগাওঁলৈ মোক ( শ্ৰীধৰণীধৰ ভাগৱতী) ACC ৰ প্ৰশিক্ষণ লবলৈ পঠাইছিল। মই প্ৰশিক্ষণ লৈ আহিয়েই আতোৱাৰ ৰহমান, দিবাকৰ নাথ, শশধৰ চৌধুৰীকে আদি কৰি এটি ৫০ জনীয়া দল খুলিছিলোঁ। লগে লগেই বিভাগীয় কৰ্তৃপক্ষৰ পোছাক আদি পোৱা হ'ল। তেওঁলোকৰ বাবে কোনো দিনে নোহোৱা নোপোজা বস্তু দেখা পাই ল'ৰাবোৰৰ মাজত যে কিমান আনন্দ লাগিছিল তাক আৰু বৰ্ণাব নোৱাৰি।

১৯৫৬ চনত আকৌ আন এটি শুভ মুহূৰ্ত্তই দেখা দিছিল। কাৰণ সেই সময়তে 12 th Assam Indept coy ৰ পৰা Major sri S. Adhikary দেৱে হাউলী হাইস্কুললৈ আহি প্ৰধান শিক্ষক শ্ৰীপৰেশ চন্দ্ৰ উজীৰ ডাঙৰীয়াৰ লগত এইখন স্কুলৰে ACC দলটোৰ পৰিবৰ্ত্তে এটি NCC ৰ দল খুলিবলৈ সিদ্ধান্ত লৈছিল, কাৰণ হাউলী হাইস্কুলত NCC ৰ বস্তু বাহানি ৰখাৰ বাবে এটি আছুতীয়া কোঠা দিব পাৰিছিল আৰু হাউলীৰ পৰা যিকোনো ঠাইলৈ যাতায়ত কৰিব পৰা যথেষ্ট সুবিধা আছিল। কথা মতে কাম হ'ল। লগে লগে মোক ১৯৫৭ চনৰ জুলাই মাহত নাগপুৰৰ ওচৰত থকা কাম্‌টিৰ O. T. S. লৈ NCC ৰ প্ৰশিক্ষণৰ বাবে পঠাইছিল। সেই ঠাইত প্ৰশিক্ষণ লৈ অহাৰ পিচত ১৯৫৭ চনৰ ৪ নৱেম্বৰত শ্ৰীসুচেন পাঠক, লক্ষেশ্বৰ দাস, খনীধৰ বায়নকে আদি কৰি ৩৩ জনৰ এটি NCC দল খুলি এই হাউলী হাইস্কুলৰ জয় গান গাই সৌষ্টৱ বঢ়োৱা হাউলী হাইস্কুলৰ এই প্ৰথম দলটোৰ নায়ক হিচাবে ছাত্ৰ শ্ৰীগোপীনাথ বায়নক লৈ শিক্ষা দিয়া হৈছিল। ১৯৬৮ চনৰ ১৭ নৱেম্বৰত এন, চি, চি, দিৱস পালন কৰিবলৈ বৰপেটাৰ 12 th Assam Bn ৰ ফালৰ পৰা মাতি পঠাইছিল। সেই উৎসৱৰ যিমান বিলাক স্কুলৰ এন, চি, চি, ৰ দলে যোগদান কৰিছিল সেই দলবিলাকৰ ভিতৰত আমাৰ স্কুলৰ দলটোৱে পাৰদৰ্শিতা দেখুৱাই প্ৰথম স্থান লাভ কৰি এটি ৰূপৰ কাপ অৰ্জন কৰি স্কুলৰ খ্যাতি ৰাখিছিল। ইয়াৰ পিচত ১৯৫৯ চনত ডিগাৰুত গোটেই অসমৰ Army, Navy আৰু Air Force ৰ কেডেটবোৰ বাৰ্ষিক শিবিৰত লগ লাগিছিল। এই শিবিৰত কেডেটৰ সংখ্যা প্ৰায় চাৰি হাজাৰ মান আছিল। ভাৰতৰ প্ৰধান মন্ত্ৰী জৱহৰলাল নেহৰুৱে শিবিৰ পৰিদৰ্শন কৰিছিল। তেওঁক সম্বৰ্দ্ধনা জ্ঞাপন কৰিবলৈ মাৰ্চ পাচত 12 Assam Bn ৰ ফালৰপৰা মোক আৰু আমাৰ স্কুলৰ শ্ৰীশশধৰ চৌধুৰীকে আদি কৰি কেবাজনো কেডেটক নিৰ্ব্বাচন কৰিছিল। ভগৱানৰ আশীৰ্ব্বাদত তাত গোটখোৱা ৪১ টা প্লেটুনৰ ভিতৰতো আমি সুখ্যাতি অৰ্জ্জন কৰিছিলোঁ। ইয়াৰ পিচৰ অস্থায়ী শিবিৰত দলৰ নায়ক ৰূপে শ্ৰীফুলেন দাসে বিশেষ পাৰদৰ্শিতা দেখুৱাই কৃতিত্ব অৰ্জন কৰিছিল। সেই শিবিৰতেই সংগীত পৰিবেশন কৰি আমাৰ কেডেট



প্ৰাক্তন প্ৰধান শিক্ষক শ্ৰীপৱন চন্দ্ৰ শৰ্ম্মা আৰু এন, চি, চি ৰ প্ৰতিস্থাপক শিক্ষক শ্ৰীধৰণীধৰ ভাগৱতীৰ সৈতে পুৰণি দল এটা।



বৰ্ত্তমান প্ৰধান শিক্ষক শ্ৰীভূমিধৰ দাস আৰু এন, চি, চি, ৰ শিক্ষক নজৰৎ আলী খানৰ সৈতে নতুন দল এটা।

শ্ৰীপিনাকি মিত্ৰই বঁটা লাভ কৰিছিল। ১৯৬০ চনত শ্ৰীদিবাকৰ নাথ আৰু ১৯৬৭ চনত মোস্তাফিজুৰ ৰহমানে পানবাৰী শিবিৰৰ ভিতৰত প্ৰথম কেডেট হিচাবে পৰিগণিত হৈছিল। তাৰো-পাৰি শ্ৰীভূপেন নাথ, শ্ৰীনাৰায়ণ চন্দ্ৰ দাস, শ্ৰীমিহিৰ নাথ, শ্ৰীফণীন্দ্ৰ দাস, শ্ৰীচানমোহন পাঠক, শ্ৰীনগেন চন্দ্ৰ নাথ, শ্ৰীনিহাৰ ৰঞ্জন চৌধুৰী, খন্দকাৰ নুৰুল হুদাকে আদি কৰি কেবা-জনো নায়কে শিবিৰৰ দল পৰিচালনাত কৃতিত্ব অৰ্জন কৰিছিল। কাটাজাৰ শিবিৰতো শ্ৰীসুচেন পাঠক আৰু শ্ৰীভগৱান নাথে ভাওনা দেখুৱাই শ শ কেডেট বিষয়া আৰু দৰ্শক মণ্ডলীক আনন্দ দি পুৰস্কৃত হৈছিল। এইবাৰ গৌৰীপুৰ শিবিৰতো শ্ৰীপ্ৰণৱজ্যোতি দাসে ভাওনা দেখুৱাই পুৰস্কৃত হৈছিল। ১৯৭১ চনৰ ১৪ মে' তাৰিখে আমাৰ স্কুলৰ কেডেট শ্ৰীমহেন্দ্ৰ নাথে উত্তৰ কাশ্মীৰ পৰ্ব্বত আৰোহণ শিবিৰলৈ গৈছিল আৰু তাত কৃতকাৰ্য্যতা লভিছিল। নতুন দিল্লীত গণতন্ত্ৰ দিৱস উদ্‌যাপন কৰিবলৈ অসমৰ পৰা যোৱা এন্ চি, চি, দলত আমাৰ স্কুলৰ শ্ৰীতমেজুদ্দিন আহমেদে অংশ গ্ৰহণ কৰিবলৈ সুবিধা পাইছিল। দৌৰ প্ৰতিযোগিতাতো গৌৰীপুৰ শিবিৰত মিনহাজুৰ ৰহমানে কৃতিত্ব অৰ্জন কৰিছিল। Girls Division ৰ Director Lt Col. Neogy তেজপুৰৰ পৰা আমাৰ স্কুলৰ Training হঠাতে পৰিদৰ্শন কৰে আৰু তেওঁ নিজে আনন্দত উৎফুল্লিত হৈ Inspection Note এটি লিখি থৈ যায় আৰু কেডেটবোৰক প্ৰসংশা কৰি ভৱিষ্যতে মিলিটাৰীত ভৰ্ত্তি হৈ দেশ ৰক্ষাৰ ভাৰ লবলৈ কৈ বিদায় মাগে। আৰম্ভণীৰ পৰা হাউলী হাইস্কুলৰ NCC দলে ১৫ আগষ্ট স্বাধীনতা দিৱস আৰু ২৬ জানুৱাৰী গণতন্ত্ৰ দিৱসত আমাৰ ৰাজহুৱা অনুষ্ঠানত গাৰ্ড অৱ অনাৰ প্ৰদৰ্শন কৰি আহিছে। আমাৰ বিদ্যালয়ৰ NCC ৰ শিক্ষক মঃ নজৰৎ আলী খানৰ পৰিচালনাত আমাৰ কেডেট সকলে ভৱিষ্যতেও সুনাম অৰ্জ্জন কৰিব পাৰৰ বুলি আশা ৰাখলোঁ।

শ্ৰীধৰণীধৰ ভাগৱতী হাউলী হাইস্কুলৰ প্ৰাক্তন ছাত্ৰ আৰু এন, চি, চি, শিক্ষক। এওঁৰ পৰিচালনাত হাউলী হাইস্কুলৰ এন, চি, চি, য়ে বিভিন্ন ঠাইত সুনাম অৰ্জন কৰি হাউলী বাসীলৈ গৌৰৱ কঢ়িয়াই আনিছিল।

# মনৰ কথা ঃ দুটি গীত

সূৰ্য্য কুমাৰ চৌধুৰী

সময়ৰ গতিত কৰ্ম্মময় জীৱনৰ দিনবোৰ গৈ আছে। দিন গৈছে, দিন আহিছে, দিন আহিব। জীৱন নিৰ্ব্বাহৰ এটা সাধাৰণ সম্বল। শিক্ষকতা এটা সৰু চাকৰি। বৃত্তি আৰু ব্ৰত। ছাত্ৰ-ছাত্ৰীৰ মাজত গঢ়ি উঠা এটা জীৱন। বিমল আনন্দৰ জীৱন। শিক্ষকেহে এই সাৰ্থক জীৱনৰ কথা উপলব্ধি কৰিব পাৰে। শিক্ষকতা প্ৰকৃততে বৃত্তি নহয় ব্ৰত। বহুত কথা মনত পৰে। মনৰ কথা— চাওঁতে চাওঁতে সুদীৰ্ঘ পঞ্চাশটি বছৰ চকুৰ পলকতে পাৰহৈ গ'ল। স্কুলৰ সোণালী জয়ন্তীৰ বু-বা চলিল। ছাত্ৰ-ছাত্ৰীৰ মাজতো সোণালী জয়ন্তী উৎসৱৰ ভাবৰ ঢৌ উঠিল। নানা কথা— নানা প্ৰশ্ন ... ... .. ।

"সোণালী জয়ন্তী পাতিব লাগিব"

"ভাল হব লাগিব"

"ৰূপালী জয়ন্তীতকৈ ভাল হব লাগিব"।

দুই এজন ছাত্ৰ-ছাত্ৰীয়ে প্ৰশ্ন কৰে সোণালী জয়ন্তী সম্বন্ধে

উত্তৰ দিব লগা হয়। সাধাৰণ ভাবে উত্তৰ দিওঁ। "ই এটা উৎসৱ"-স্কুলৰ পঞ্চাশ বছৰীয়া পৱিত্ৰ উৎসৱ। উৎসৱৰ কথা শুনিলে ছাত্ৰ-ছাত্ৰীৰ মন আনন্দত নাচি উঠে। এইটো স্বাভাৱিক। সেইয়ে এই উৎসৱ পালন কৰিবই লাগিব।

১৯৮৯ চনৰ ৩ মাৰ্চ হাউলী হাইস্কুলৰ পঞ্চাশ বছৰীয়া জন্ম তিথি। স্কুলৰ স্মৰণীয় পৱিত্ৰ দিন। পশিচ বছৰ আগৰ কথা মনত পৰিছে। মোৰ ভালদৰে মনত আছে। তেতিয়া মই ডেকা আছিলোঁ। কিন্তু আজি বুঢ়াৰ শাৰীত। ক্ষন্তেক নীৰৱ হৈ পৰিলোঁ। বহুত স্মৃতিয়ে মোৰ বুকুত প্ৰচণ্ড ভাবে হেঁচি ধৰিছে। কিবা কবলৈ খোজো কব নোৱাৰোঁ। চকু দুটা চলচলীয়া হৈ উঠিল। আধাফুটা মাতেৰে কোনোবা ছাত্ৰই-'কি হ'ল চাৰ? মোৰ কাণত পৰিল। নিমাত হৈ পৰিল যে? সুস্থিৰতা অনুভৱ কৰিলোঁ। স্মৃতিৰ মানস পটত ভাহিবলৈ ধৰিলে পচিশ বছৰ আগৰ কথা। সেয়া আছিল স্কুলৰ ৰূপালী জয়ন্তী। পশিচ বছৰ পূৰ্ণ হোৱা দিনত উদ্‌যাপন কৰা হৈছিল। অতি ধুম-ধামেৰে আনন্দ মুখৰ পৰিৱেশেৰে তিনিদিনীয়াকৈ পালন কৰা হৈছিল।

পুৰণি কথা। শেষত ছাগে তোমালোকে 'গাজা' বুলিয়েই মন্তব্য দিবা যেন পাওঁ। সঁচা কথা। তেতিয়াৰ ছাত্ৰ সকলে নানা কৃতিত্ব দেখুৱাই সেই উৎসৱ সাফল্যমণ্ডিত কৰি তুলিছিল। সেই সময়ৰ ছাত্ৰ সকলৰ কৰ্ম্ম কুশলতাৰ কথা তেতিয়া তোমালোকৰ আটাইৰে জন্মই হোৱা নাই। সোণালী জয়ন্তী উৎসৱ হব তোমালোকৰ। তোমালোকৰ ন পুৰণি ছাত্ৰৰ কৃতিত্ব বিকাশৰ মুকলি মঞ্চ। মূলতে ইয়াৰ উদ্দেশ্য হব এই পঞ্চাশ বছৰত স্কুলে কি দিলে কি পালে— ইয়াৰ এটা স্থূলমূল খতিয়ান দাঙি ধৰা। ৰিং ৰিং কৈ বেল বাজিল। পাছত— সময়ত— কম— বাক্ ;

... ... ... ... ...

চাৰ - "সেই যে সোণালী জয়ন্তীৰ কথা —।" " আজি ভালকৈ কব লাগিব।" মনত আছে। স্কুলৰ চাৰিসীমাৰ ভিতৰত হোৱা প্ৰত্যেকটো কথা মনত থাকিব— মৃত্যুলৈ আজন্ম। কিন্তু মোৰ মনটো— আজি বাৰু নহয়। ভাল লগা নাই। কি যে এই মনটো। কেতিয়া ক'ত প্ৰৱেশ কৰে কবই নোৱাৰি। এই পৃথিৱীত যিমান বিলাক অগৰং বগৰং দুখ, বেদনা বিষাদ আছে সকলোবোৰ এক লগহৈ মন ৰাজ্যত প্ৰৱেশ কৰি খকা-খুন্দা লগাইছে— চাৰ! 'আপুনি পাহৰিলে' ? নহয় নহয় পাহৰা নাই। এনে এটা পৱিত্ৰ উৎসৱৰ আগ মুহূৰ্ত্তত এইমাত্ৰ খবৰ পালোঁ আমাৰ স্কুলৰ কৃতী শিক্ষক শ্ৰীযুত কাশীনাথ পাঠক চাৰৰ অৱসৰৰ দিন। সকলো আশা কিছুদিনৰ বাবে পণ্ড হ'ল উৎসৱ পাতিম ক'ত এতিয়া ''পাঠক" চাৰক বিদায়হে দিব লাগিব। ''চাৰ! সোণালী জয়ন্তী উৎসৱলৈ পাঠক চাৰক ৰাখিলেই হৈ যাব"।

"চাৰ! তেখেতক এই উৎসৱলৈ ৰাখিব নোৱাৰিম নে"। কোমলমতীয়া ছাত্ৰৰ এইআধাৰ কথা শুনি মনত আনন্দৰ ঢ়াঁৰি বিৰিঙি উঠিল। মূৰ জোঁকাৰি উত্তৰ দিলোঁ। নোৱাৰি নহৰ। চাকৰি জীৱনৰ শেষ, কোনো উপায় নাই। বিদায় দিব লাগিব, ই নিশ্চিত। এনেকৈ বহুতকে বিদায় দিছোঁ। তেখেত সকলৰ কথা ক্ষণে ক্ষণে মনত পৰে। আমাৰ মনত কিমান মহান কিমান নমস্য। সেই শিক্ষাগুৰু সকলক দেখা পালে প্ৰণামটো আছেই ভৰি দুই চুমা খাবৰ মন যায়। কোন চাৰ! কোন চাৰ! ......। বহুত বহুত কোনোবা 'কাকতি" কোনোবা মৌলবী, পূজাৰী, নাথ, শৰ্ম্মা, দাস, অধিকাৰী আৰু হয়তো পাঠক। এই সকলোবোৰ। একো একোটা গভীৰ দুমনি-য়াহেৰে। শুদ্ধ চিত্তে তেওঁকো বিদায় দিব লাগিব। গীতমাতেৰে দায় দোষৰ ক্ষমাৰে। "তেখেতৰ পৰৱৰ্ত্তী জীৱন মঙ্গলময় হওঁক"। 'চাৰ! দুখ লাগিছে – "বেয়া লাগিছে। চাৰ"! ই মোৰ মনৰ কথা— ভালেই পোৱা নে বেয়াই পোৱা মই নাজানো। স্পষ্ট ভাৱে কৈ যাম। কি দেখিছোঁ চকুৰ আগত—। চকুৰ আগত—। কিবা ছঁয়াময়া দৃশ্য! সেউজ বণীয়া আনন্দৰ দিনবোৰ উকলিল। শীতৰ ঠেতুৱা লগা সেমেকা দিন উপস্থিত। শিক্ষকৰ চাকৰি জীৱনৰ সামৰণি পৰিল, অৱসান ঘটিল। সুদীৰ্ঘ আঠত্ৰিশ বছৰ চাকৰি কৰাৰ পাছত নিঃ কিন ফকিৰৰ দৰে স্কুলৰ পৰা বিদায় লৈ যাব লাগিব বিষাদ মনে। দৃশ্য-মান সকলো উকুণ্ডা-উকুণ্ডা। এদিন হয়তো ময়ো

যাব লাগিব। স্কুলৰ শিক্ষক শ্ৰীযুত পাঠকৰ বিদায় সভা হৈ গ'ল নগৰৰ বিশিষ্ট নাগৰিক, অভিভাৱক, প্ৰাক্তন ছাত্ৰ-ছাত্ৰী সকলৰ উপস্থিতিত। ভাল লাগিছিল। বহুত কথা-- বহুত মূল্যবান বক্তৃতা, হিতোপদেশ।

কোনো বিচ্ছিন্নতা বাদী শক্তিয়ে আমাৰ প্ৰগতিক ৰোধিব নোৱাৰে। আমাৰ সন্মুখত সোণালী জয়ন্তী। ই এটা পবিত্ৰ কৰ্ম মহান উৎসৱ। সকলো দিশতে উঠি পৰি লাগি এই উৎসৱ যাতে সাফল্যমণ্ডিত হয় তাৰ বাবে যতপৰোনাস্তি চেষ্টা কৰিব লাগিব। আমি এই স্কুলৰ ছাত্ৰ। এপাহ ফুল- অৰবিন্দ। যতেই নাথাকো, যিয়েই নকৰো ইয়াৰ উত্তৰোত্তৰ উন্নতিৰ ফল-প্ৰসু কামনা কৰা আমাৰ কৰ্ত্তব্য। ই মনৰ কথা— হৃদয়ত আঁকি লোৱা শিলৰ ৰেখা। অফুৰন্ত আশা— মনৰ কথা— মনৰ গীত।

মনৰ গীত

আদৰণী গীত— (১)

ইতিহাসে বলীয়ান অসমীৰ জয়গান
নিৰমল গগণে পৱন।
প্ৰাণে প্ৰাণে উঠে শিহৰণ,
আবাহন স্বাগতম নতুন পুৰণ;
সোণালী বৰ্ষৰ মধু আয়োজন।
বীৰ প্ৰাণে বলীয়ান চণ্ডীবৰুৱা নাম,
কেচা তেজ ঢালি ঢালি,
ৰণে যুঁজি মনে প্ৰাণ
শ্বহীদৰ ৰাখিলে মান।
লক্ষ্মী মনোমতী ৰূপবান ৰূপবতী,
প্ৰেম প্ৰীতি প্ৰণয়ৰ যুগল পৰাণ,
অমৰ প্ৰেমৰ সপোন ৰচি,
ৰাখিলে অসমীৰ মান।
আমিয়েই নবীন আমিয়েই প্ৰবীন
সজাগ দৃষ্টি সচেতন মন
জাগ্ৰত সুৰে হৈ আগুৱান
অসমিৰ ৰাখিমেই মান
এইয়েই জীৱনৰ পণ ... এইয়েই জীৱনৰ পণ···

বিদায়ৰ গীত (২)

বাজিছে প্ৰাণত আমাৰ বিদায়ৰে সুৰ,
হৰ্ষ বিষাদৰ মধু মিলনত
চেনেহৰে প্ৰাণ ভৰা,
বিদায়ৰে বেথা ভৰা
নিজৰি নিজৰি অহা বেদনা বুকুৰ,
লুকাভাকু জীৱনৰ ভূমি প্ৰবাসৰ
সকলো যে মিছা মায়া মৰিচিকা,
নিজৰি নিজৰি অহা বেদনা বুকুৰ,
যাচিছো তোমাত আবেগৰে পীৰ,
বিদায়ৰ সুৰতে মিলাই সুৰ,
নিজৰি নিজৰি অহা বেদনা বুকুৰ
বাজিছে প্ৰাণত আমাৰ .........
জয়তু হাউলী হাইস্কুল
জয়তু সোণালী জয়ন্তী

হাউলী হাইস্কুলৰ শিক্ষক শ্ৰীযুত কাশীনাথ পাঠকৰ বিদায় সম্বৰ্দ্ধনাত হাউলী হাইস্কুলৰ ছাত্ৰ-ছাত্ৰীয়ে পৰিবেশন কৰিছিল।

সুৰ—শ্ৰীহিৰণ দেউৰী। শিঃ হাউলী মজলীয়া অভ্যসন বিদ্যালয়।

[ শ্ৰীসূৰ্য্যকুমাৰ চৌধুৰী হাউলী হাইস্কুলৰ প্ৰাক্তন ছাত্ৰ, বৰ্ত্তমানে উক্ত স্কুলৰে শিক্ষক। চিত্ৰ শিল্পী শ্ৰীচৌধুৰী এগৰাকী নাট্যকাৰ আৰু সু-অভিনেতাও। ]

# খেল পথাৰ আৰু সমাজ সেৱাত হাউলী হাইস্কুল

অনট চন্দ্ৰ দাস

খেল বুলিলেই প্ৰতিযোগিতা । ফুটবল, ভলিবল, ক্ৰিকেট, বেডমিণ্টন, কাবাদি, কেৰমবোৰ্ড আদি বিভিন্ন ধৰণৰ খেল। এই আটাইবিলাক খেলৰ প্ৰতিযোগিতা হাউলী হাইস্কুলত আগৰে পৰা চলি আছে। এখন স্কুলৰ এটা বছৰত হৈ যোৱা খেল প্ৰতিযোগিতা সমূহৰ থুল-মূল বিৱৰণ দিয়া উজু। কিন্তু সুদীৰ্ঘ পঞ্চাশ বছৰৰ খতিয়ান দাঙি ধৰা বৰ টান।

হাউলী হাইস্কুল স্থাপিত হোৱাৰ বহু আগৰে পৰা হাউলীত এখনেই খেল পথাৰ আছিল। সেই খনৰ নাম আছিল "স্কুলফিল্ড"। ফুটবল খেল থকা বুলি শুনিলেই মানুহে "স্কুল-ফিল্ডলৈ ঢাপলি মেলে। হাউলীৰ "স্কুলফিল্ড" সেই তাহানিৰ এখন উন্নত মানদণ্ডৰ খেলপথাৰ।

১৯৪৬ চনৰ পৰা শ্ৰীগৌৰীকান্ত শৰ্মা প্ৰধান শিক্ষকৰ প্ৰেৰণাত হাউলী হাইস্কুলত স্বাস্থ্য ৰক্ষা, ছাত্ৰ–ছাত্ৰীৰ নিয়মিত অধ্যয়ন, খেলৰ জৰিয়তে খেলুৰৈ সুলভ মন গঢ়া, অভিনয় গান নাচ, আবৃত্তি, ৰচনা প্ৰতিযোগিতা আদি সকলো দিশত ছাত্ৰ-ছাত্ৰীৰ মান উন্নত কৰাৰ প্ৰচেষ্টা চলে। শিক্ষক শ্ৰীধীৰেন্দ্ৰ নাথ পূজাৰীৰ পৰিচালনাত হাউলী হাই-স্কুলৰ খেল-বিভাগ সুষ্ঠ-সৰল ৰূপে গঢ়ি উঠিছিল। স্কুলৰ ফুটবল দলটো অজেয় দল হিচাপে পৰিগণিত হৈছিল। শ্ৰীযুত পবন চন্দ্ৰ শৰ্মাদেৱে হাউলী হাইস্কুলৰ প্ৰধান শিক্ষক থকা কালত খেলা ধূলাত বিদ্যালয়খনিয়ে যথেষ্ট উন্নতি কৰে। তেখেত ভাল ফুটবল আৰু ভলিবল খেলৰৈ।

হাউলী হাইস্কুলত ৩৪ খন চলন্ত শ্বীল্ড আছে। প্ৰত্যেক বছৰে স্কুল সপ্তাহৰ সময়ত এই শ্বীল্ড সমূহৰ শ্ৰেণী প্ৰতিযোগিতা চলি আহিছে। ফুটবল, ভলীবল, ক্ৰিকেট, কেৰম, কাবাদি এই কেইটা বিভাগ হাউলী হাইস্কুলত আছে। অৰ্হতা সম্পন্ন প্ৰাক্তন খেলুৱৈ শিক্ষক কেইজন মানে এই প্ৰতিযোগিতাসমূহ পৰিচালনা কৰে। বিদ্যালয়ত স্বীকৃতিপ্ৰাপ্ত ফুটবল ৰেফাৰী শিক্ষকো আছে।

হাউলী হাইস্কুলৰ প্ৰাক্তন কৃতী খেলুৱৈ স্কুলৰ গৌৰৱ আৰু সমপদ সৰ্বভাৰতীয় খেলতো হাউলী হাইস্কুলৰ ছাত্ৰই অসমৰ হৈ প্ৰতিনিধিত্ব কৰিছে। হাউলীত যি সকল প্ৰাক্তন খেলুৱৈ

আছে। সেই সকলৰ ৯০ শতাংশই হাইস্কুলৰেই প্ৰাক্তন ছাত্ৰ। যিকেইজন ন-পুৰণি স্বীকৃতি প্ৰাপ্ত পৰিচলকে (ৰেফৰীয়ে) হাউলীত খেল পৰিচালনা কৰি আছে সেই কেইজন হাউলী হাইস্কুলৰে প্ৰাক্তন কৃতী খেলুৱৈ। বৰ্ত্তমানে দুই এজন হাউলী হাইস্কুলৰ ছাত্ৰই মহাবিদ্যালয়ৰ খেলত সুখ্যাতি অৰ্জ্জন কৰিছে।

খেলা-ধূলাৰ লগতে সমাজ সেৱাৰ কামতো হাইস্কুল পিচপৰা নহয়। এই পৱিত্ৰ শিক্ষানুস্থানটো প্ৰতিষ্ঠা হোৱাৰ পিছত হাউলী অঞ্চলৰ জনসাধাৰণৰ মাজত শিক্ষাৰ জ্যোতি পৰে। ১৯৪৬ চনৰ আগষ্ট মাহত মাননীয় শ্ৰীগৌৰীকান্ত শৰ্ম্মা বি, এ, বি, টি দেৱ এই স্কুলৰ প্ৰধান শিক্ষক হিচাবে আহে। তেওঁ আছিল এজন সমাজ প্ৰেমী, সমাজ সংগঠক আৰু শিক্ষাবিদ। সেইয়েহে তেখেত সমাজ-সেৱাক মূল পাঠ্যক্ৰমৰ লগত সহযোগী পাঠ্যক্ৰম হিচাবে লৈ প্ৰতি শুক্ৰবাৰে ৭ ম পিৰিয়ডত ছাত্ৰ-ছাত্ৰীৰ দ্বাৰা স্কুলচৌহদত সমাজসেৱাৰ কাম কৰাইছিল। স্কুল চৌহদত থকা নাৰিকলৰ গছ, তামোলৰ গছ, লিচু গছ আদি সমাজ সেৱা কামৰ জলন্ত নিদৰ্শন। যোৱা ১৯৮৬-৮৭ চনতো এই বিভাগৰ জৰিয়তে ৰোপন কৰা চিচু, গামেৰি আদি বহুমূলীয়া গছ কিছুমান স্কুলৰ অৰ্থ সম্পদ হিচাবে ৰৈ আছে।

বিদ্যালয়ৰ সমাজসেৱাৰ কাম কেৱল স্কুলৰ চৌহদৰ ভিতৰতে সীমাবদ্ধ নাছিল। হাউলী অঞ্চলৰ বিভিন্ন গাওঁতো গৈ ৰাষ্টাবাট, দলং আদি নিৰ্ম্মাণৰ কাম কৰে। হাউলী নৰ্ম্মাল স্কুলৰ ছাত্ৰাবাসৰ দক্ষিণ ফালেৰে পি, ডব্লিউ, ডি পথৰ পৰা মৈৰামাৰা গাওঁলৈ এটা ৰাষ্টা এইস্কুলৰে শিক্ষক ছাত্ৰই পৰিশ্ৰম দানেৰে বান্ধে। ৰাইজে এই পথটোক 'ছাত্ৰপথ" বোলে। হাউলী নৰ্ম্মাল স্কুলৰ গাতে লাগি থকা গলীয়া হাটী নামৰ ঠাই খনৰ মাজেৰে "গান্ধীপথ" নামে আন এটা পথ এই স্কুলৰ সমাজ সেৱা বিভাগৰ দ্বাৰা বন্ধা। বিভিন্ন গাওঁলৈ গৈ বহুতো ৰাস্তাঘাট ভাল কৰাৰ উপৰিও বেন্নীবাৰী উলুবাৰী নামৰ দুখন জনজাতীয় গাওঁলৈ গৈ পথ দুটা ভাল কৰি দিছে।

প্ৰতি বছৰি সমাজ সেৱাৰ কামত নিষ্ঠাৰে ছাত্ৰ-ছাত্ৰীৰ ভিতৰত প্ৰতিযোগিতা বঢ়াই ছাত্ৰ একতা সভা আৰু বঁটা বিতৰণী সভাত পুৰস্কৃত কৰা হয়।

সমাজ সেৱা বিভাগটোৱে অতীতৰ পৰা বৰ্ত্তমানলৈ যি সুনাম অৰ্জন কৰি আহিছে ভৱিষ্যতেও যাতে এই সুনাম অক্ষুন্ন থাকে তাকে কামনা কৰিলো।

"জয়তু হাউলী হাইস্কুল"

[শ্ৰীঅনট দাস হাউলী হাইস্কুলৰ প্ৰাক্তন ছাত্ৰ। বৰ্ত্তমান এই বিদ্যালয়ৰ শিক্ষক]

# আমাৰ মনৰ কথা

এই শিতানত হাউলী হাইস্কুলৰ বিভিন্ন ছাত্ৰ-ছাত্ৰীয়ে সোণালী জয়ন্তীৰ প্ৰাক মূহুৰ্ত্তত কিনো ভাবিছে তাৰেই আভাস দিব বিচৰা হৈছে।

সম্পাদক

আমাৰ বিদ্যালয় ১৯৩৯ চনত স্থাপন হয়। ১৯৩৯ চনৰ পৰা এতিয়ালৈ যিসকলোৰ বহু এই বিদ্যালয়ৰ পৰা ওলাইছে সেইসকলৰ প্ৰতি মই মোৰ আন্তৰিক শুভেচ্ছা জ্ঞাপন কৰিলোঁ।

আমাৰ বিদ্যালয়খনে যোৱা পঞ্চাশ বছৰত ভৰি দিয়াৰ এই শুভক্ষণৰ বিৰাট মহোৎসৱত আপোনালোক সকলোলৈ মোৰ আন্তৰিক শুভেচ্ছা জ্ঞাপন কৰিবলৈ পাই নথৈ আনন্দিত হৈছো। আজিৰ এই শুভক্ষণৰ আনন্দৰ মাজত আমাৰ বিদ্যালয়ৰ অভাৱ সমূহৰ কথাও চিন্তা কৰিবলৈ বিশেষ অনুৰোধ জনালোঁ।

মো: জীয়উদ্দিন ইউছুফ খান, (দশম মান শ্ৰেণী)

১৯৩৯ চনত হাউলী হাইস্কুল স্থাপন হৈছিল। আৰু ১৯৮৯ চনৰ ৫ মাৰ্চ তাৰিখে এই স্কুলৰ ৫০ বছৰৰ পূৰ্ণ হব। ৫০ বছৰ মূৰত এই স্কুলত সোণালী জয়ন্তী বৰ উলহ মালহেৰে আৰাম্ভ হব। ইয়াৰ আগতে এইস্কুলত ৰূপালী জয়ন্তী উদ্‌যাপিত হৈছিল। এইস্কুলৰ পৰা ওলাই যোৱা প্ৰাক্তন ছাত্ৰ সকলে আজি ডাঙৰ ডাঙৰ চাকৰিয়াল আনকি কিছুমানে উচ্চ শিক্ষাৰ উপাধি লাভ কৰিছে। আৰু সেই সকলে আহি একেলগে বৃহৎ উৎসৱত যোগ দিব। মন্ত্ৰী বিধায়ক সকলেও ইয়াত সহযোগ কৰিব। এই সোণালী জয়ন্তীৰ ৩, ৪, ৫ মাৰ্চৰ দিনকেইটা যেন ভগৱানে ভাল দাৰে পাৰ কৰি দিয়ে এইয়ে আমাৰ ভগৱানৰ ওচৰত প্ৰাৰ্থনা।

শ্ৰীদিগন্ত অসমীয়া ৮ ম মান (খ শাখা)

হাউলী হাইস্কুলৰ সোণালী জয়ন্তী উৎসৱটো মই ছাত্ৰ জীৱনতে উপভোগ কৰিবলৈ পাই আনন্দত অভিভূত হৈছে? আৰু নিজকে ভাগ্যবান বুলি কব পাৰিছোঁ। এইখন স্কুলতে পঢ়ি যোৱা পুৰণি ছাত্ৰ-ছাত্ৰীক লগপাই বৰ আনন্দিত হৈছো আৰু উৎসাহিত হৈছো।

মোৰ এইস্কুলত পঢ়ি যোৱা পুৰণি ছাত্ৰ-ছাত্ৰীয়ে যিবিলাক আদৰ্শ দেখুৱাই থৈ গৈছে সেই বিলাক আদৰ্শকি মই গ্ৰহণ কৰি যাতে ভৱিষ্যতে এজন ভাল জ্ঞানী গুণীলোক হব পাৰো তাৰ বাবে আশীৰ্ব্বাদ বিচাৰিছোঁ।

মো: সাহাদৎ হুছেইন, নৱম মান শ্ৰেণী (ক শাখা)

হাউলী হাইস্কুলৰ সোণালী জয়ন্তী উপলক্ষে এখনি "স্মৃতিগ্ৰন্থ" প্ৰকাশ কৰাৰ বাতৰি পাই মোৰ মনত বিমল আনন্দ লভিছোঁ ।

জয় জয়তে এই মহোৎসৱত বিদ্যালয়ৰ প্ৰতিষ্ঠাতা সকললৈ আমাৰ সেৱা জনাইছোঁ । আজি তেওঁলোক সকলৰ বেছি ভাগেই আমাৰ মাজত নাই । তেখেত সকলৰ আত্মাৰ সদ্গতিৰ অৰ্থে করুণাময় পৰমেশ্বৰৰ চৰণত সহস্ৰ প্ৰণিপাত জনাইছোঁ । জীৱিত প্ৰতিষ্ঠাপক সকললৈ আমাৰ সেৱা জনাইছোঁ ।
লগতে পূৰ্ব্বৰ শিক্ষক আৰু ছাত্ৰ-ছাত্ৰী সকলক নিমন্ত্ৰণ জনোৱা হৈছে । সকলোৱে মিলিত হব পাৰিম । সকলোৰে আনন্দ লাগিব । বহু শিকিব পাৰিম । সোণালী জয়ন্তীৰ ইতিহাস এই স্কুলৰ পঞ্চাশ বছৰীয়া ইতিহাস ।

হাউলী হাইস্কুলৰ প্ৰতিষ্ঠাৰ মুখ্য উদ্দেশ্য হৈছে, এই স্কুলৰ শিক্ষক আৰু ছাত্ৰ-ছাত্ৰী সকলক ঐক্য সংহতিৰ দোলেৰে বান্ধি প্ৰগতিৰ পথত আগুৱাই নিয়া । সোণালী জয়ন্তীৰ মধুৰ ক্ষণত ভগৱানৰ ওচৰত কাতৰ প্ৰাৰ্থনা জনাইছোঁ যেন তেওঁ এই মহান উদ্দেশ্য অটুট ৰাখি স্কুলৰ শিক্ষক আৰু ছাত্ৰ-ছাত্ৰী সকলৰ মন সোণালী কৰে। এইয়ে মোৰ কামনা ॥ ইতি,

মোঃ হাৰুনুৰ ৰশিদ, ৫ম মান শ্ৰেণী (খ শাখা)

আমৰ হাউলী হাইস্কুল ১৯৩৯ চনত স্থাপন হৈছিল । আৰু ১৯৮৯ চনত আমাৰ হাউলী হাইস্কুলৰ ৫০ বছৰ হব । সেইবাবে আমাৰ হাউলী হাইস্কুলৰ সোণালী জয়ন্তী উৎসব হব আৰু হাউলী হাইস্কুলত পঢ়ি যোৱা ছাত্ৰ ছাত্ৰী বোৰেও আহি আমাৰ হাইস্কুলত উপস্থিত হব । তেওঁলোকৰ কিছুমান হাকিম, আৰু প্ৰফেছাৰ আদি হৈছে । তেওঁলোকৰ লগত আমি বহি চাহ জলপান আদি ভোজন কৰিম আৰু আমাৰ হাইস্কুলৰ সোণালী জয়ন্তী উৎসৱ বৰ ধুমধামেৰে হব । আমি বহু ভাল কথা শিকিব পাৰিম । নমস্কাৰ

শ্ৰীসমৰেন্দ্ৰ ঠাকুৰীয়া, ৫ম মান শ্ৰেণী (ক শাখা)

হাউলী হাইস্কুলৰ সোণালী জয়ন্তী উৎসৱ আমাৰ বাবে অতি গৌৰৱ আৰু আনন্দৰ উৎসৱ। আমাৰ বিদ্যালয়খনৰ ৫০ বছৰৰ সৰু ডাঙৰ সকলো উৎসৱৰ কথা আমি এই উৎসৱতে জানিব পাৰিম। বহুতো গুণী জ্ঞানী পুৰণি শিক্ষক, ছাত্ৰ আমি লগ পাম। তেওঁলোকৰ ভাল কথাবিলাক শুনি আমি আমাৰ জীৱন গঢ়িব পাৰিম। ডাঙৰ ডাঙৰ গায়ক সকলৰ গান শুনিব পাৰিম। আমাৰ বৰ ভাল লাগিব।

শ্ৰীৰঞ্জন কুমাৰ শৰ্ম্মা, ৬ষ্ঠমান শ্ৰেণী (ক শাখা)

হাউলী হাইস্কুলখন এখন বৰপেটা জিলাৰ ভিতৰত আদৰ্শ স্কুল। মই এই স্কুলত অষ্টম মান শ্ৰেণীৰ পৰা পঢ়ি আছোঁ। ১৯৩৯ চনৰ ৩ মাৰ্চত এই স্কুলখন স্থাপিত হৈছে। স্কুলখনৰ ৫০ বছৰ পূৰ্ণ হোৱা হেতুকে, এই স্কুলত পঢ়ি যোৱা ছাত্ৰক আৰু পঢ়ি থকা ছাত্ৰক আনন্দ দিবৰ কাৰণে আমাৰ ৰাইজ আৰু আদৰ্শবাদী শিক্ষক মণ্ডলীয়ে "সোণালী জয়ন্তী" উৎসৱ পালন কৰিছে । এইখিনিতে মই সমূহ ৰাইজ, প্ৰধান শিক্ষক আৰু লগতে শিক্ষক মহোদয় সকললৈ মোৰ আন্তৰিক শ্ৰদ্ধা জনাইছোঁ। ইতি

মিচ্ নুৰজাহান বেগম, নৱম মান শ্ৰেণী

সোণালী জয়ন্তীৰ শুভ মূহুৰ্ত্তত শ্ৰদ্ধা আৰু মৰম জনাওঁ— মই সকলো শিক্ষাগুৰু আৰু সমূহ ছাত্ৰ-ছাত্ৰীলৈ মোৰ হিয়াভৰা অভিনন্দন জ্ঞাপন কৰিলো। আমাৰ হাইস্কুলৰ ১৯৮৯ চনৰ ৩ মাৰ্চত ৫০ বছৰ পূৰ্ণ হব। সেই উপলক্ষে তিনিদিনীয়া কাৰ্যসূচীৰে সোণালী জয়ন্তী উৎসৱ উলহ মালহেৰে আয়োজন কৰা হব। ১৯৩৯ চনৰ ৩ মাৰ্চত এই পৱিত্ৰ হাইস্কুলখনি স্থাপিত হৈছিল। আমাৰ এই পৱিত্ৰ শিক্ষানুষ্ঠান খন বিভিন্ন জনৰ চেষ্টাত গঢ়ি উঠিছিল। এই শিক্ষানুষ্ঠান খনি অইন বহুত শিক্ষানুষ্ঠানতকৈ যথেষ্ট আগবঢ়া। এই শিক্ষানুষ্ঠানৰ শিক্ষা ইমান ভাল যে প্ৰতি বছৰে আমাৰ এই স্কুলৰ পৰা বিভিন্ন জনে নানা সু-খ্যাতিৰে ওলাই গৈছে।

এই শিক্ষানুষ্ঠানক লৈ আমি গৌৰৱ কৰিব পাৰোঁ। ঐতিহ্য মণ্ডিত আমাৰ এই স্কুলখনি আমাৰ অতি আপোন। এই স্কুলখনক লৈয়ে আমাৰ ভৱিষ্যত। কুমলীয়া বাঁহ এডাল অতি সহজতে ভাজ লগাব পাৰি কিন্তু পুৰঠ বাঁহ ভাজ লগোৱা বৰ টান। এই শাৰী কথা অনুকৰণ কৰি আমাৰ শিক্ষাগুৰুৱে আমাক আৰম্ভণিৰে পৰা ভালকৈ শিকাই আমাৰ ভৱিষ্যত বাট মুকলি কৰি দিয়ে। আটাইকে মোৰ হিয়াভৰা অভিনন্দন জনালো।

শ্ৰীজিতুমণি শৰ্ম্মা, দশম মান শ্ৰেণী

১৯৮৬ চনৰ এটি শুভক্ষণত মই হাউলী হাইস্কুলত নাম লগাইছিলো। আমাৰ স্কুলৰ শিক্ষকবোৰে আমাক বহুতো ভাল ভাল উপদেশ দিছিল। কিছুমান উপদেশ মই কাৰ্য্যত পৰিণত কৰি তাৰ পৰা বৰ উপকৃত হৈছো। এই স্কুলত পঢ়িয়ে কিমান ছাত্ৰই এতিয়া অধ্যাপক, অধ্যক্ষ, চিকিৎসক, বিধায়ক মন্ত্ৰী পৰ্যান্ত হৈছে। ইং ১৯৩৯ চনৰ ৩ মাৰ্চত আমাৰ স্কুলখন স্থাপিত হৈছিল। ১৯৮৯ চনৰ ৩ মাৰ্চ তাৰিখে ৫০ বছৰ পূৰ্ণ হব। সেইদিনাৰ পৰা ৩ দিন ধৰি হাইস্কুলৰ সোণালী জয়ন্তী উৎসৱ পালন কৰা হব। মই এই হাউলী হাইস্কুলৰ প্ৰতি চিৰ কৃতজ্ঞ। ইতি—

শ্ৰীমনজিৎ কুমাৰ দাস, অষ্টম মান শ্ৰেণী (ক শাখা)

সুদীৰ্ঘ পঞ্চাশ বছৰে অবাৰ্থ আলোকৰ যাত্ৰা পথত জ্ঞানৰ সোণালী সঁফুৰাৰ ৰং ছটিয়াই আজিৰ এই মহামিলনৰ উৎসৱত বৃহত্তৰ হাউলীৰ সমূহ ৰাইজৰ লগতে হাউলী হাইস্কুলৰো শিক্ষক শিক্ষয়িত্ৰী আৰু ছাত্ৰ-ছাত্ৰী বৃন্দই নতুন প্ৰতিজ্ঞা সন্মুখত লৈ ভৱিষ্যত যাত্ৰা পথলৈ আগবাঢ়িছে। ভৱিষ্যতৰ অনেক সপোন দিঠকত পৰিণত কৰি বুকুৰ মাজত বহু আশা বান্ধি হাউলী অঞ্চলৰ লগতে অসমী আইৰ মুখ উজলাবলৈ আপ্ৰাণ প্ৰচেষ্টা হাতত লবলৈও আমাৰ মনে আজি উদ্বাউল হৈ পৰিছে। মহামিলনৰ মহাতীৰ্থ মহাবাহু ব্ৰহ্মপুত্ৰৰ বুকুৰ ঢৌবোৰ বাগৰি যেনেকৈ অসমা সুষমা নিৰূপমা জননীক বিশ্বৰ বুকুত সংস্কৃতিৰ মহাতীৰ্থ ৰূপে গঢ়ি তুলিছে, আৰু এই সংস্কৃতিৰ প্ৰতিটো "বিন্দু সিন্ধু হৈ ধৰাত বাগৰি পৰিছে।" ঠিক তেনেদৰে আমাৰ সোণালী বৰ্ষৰ প্ৰতিটো ক্ষণে যেন সকলোকে বিঢৌত কৰি মনৰ মলিনতা দূৰ কৰে— তাৰে আশাৰে।

শ্ৰীসঞ্জীৱ কুমাৰ, শৰ্ম্মা দশম মান শ্ৰেণী

# ছাত্ৰ একতা সভাৰ (বৰ্ত্তমান) সম্পাদকৰ দু-আষাৰ

যিসকল ব্যক্তিৰ বহু চেষ্টা, ত্যাগৰ বিনিময়ত আমাৰ হাউলী হাইস্কুলৰ জন্ম আৰু বিকাশ হ'ল সেই সকল ব্যক্তিলৈ আমাৰ আন্তৰিক শ্ৰদ্ধা নিবেদিছোঁ। ছয় বছৰীয়া অসম আন্দলনৰ বীৰ শ্বহীদ সকললৈ আৰু আজীৱন পঙ্গু হোৱা নিঃস্বাৰ্থ অসম প্ৰেমী সকললৈ মোৰ সশ্ৰদ্ধ প্ৰণিপাত জনালোঁ। শিক্ষাগুৰু সকল, হাউলী ৰাইজ সমন্বিতে ন-পুৰণি ছাত্ৰ-ছাত্ৰী আৰু কৰ্ম্মচাৰী বৃন্দলৈও মোৰ শ্ৰদ্ধা আৰু শুভেচ্ছা থাকিল।

১৯৩৯ আৰু ১৯৮৯ চন। দুটা ভিন্ন বছৰ। ব্যৱধান পঞ্চাশ বছৰৰ। পঞ্চাশ বছৰীয়া এটা সোণালী অতীত পাৰ কৰা আমাৰ হাউলী হাইস্কুল থনে শৈক্ষিক দিশত বিশেষ বৰঙণি যোগোৱাটো তাৎপৰ্য্য পূৰ্ণ কথা। স্কুলথনে সামগ্ৰিক ভাবে শৈক্ষিক বাতাবৰণ সৃষ্টিত যিমানখিনি অৱিহণা যোগালে তাৰ পূৰ্ণ পৰ্য্যালোচনা কৰাই হ'ল বৰ্ত্তমান সোণালী জয়ন্তী উৎসৱৰ আন এটা তাৎপৰ্য্য পূৰ্ণ দিশ। শিক্ষাৰ প্ৰগতিৰ বৰ্ত্তমান যি অৱস্থা, যি পৰিবেশ, যি সমস্যা তাৰ তুলনাত পঞ্চাশ বছৰৰ আগৰ অৱস্থা সম্পূৰ্ণ ভিন্ন আছিল। স্কুলথনৰ পঞ্চাশ বছৰৰ ঐতিহ্যক বৰ্ত্তমান ক্ৰম বৰ্দ্ধমান শৈক্ষিক দিশত পাথেয় হিচাবে লৈ স্কুলথনৰ লগত জড়িত— বিভিন্ন ব্যক্তি, শিক্ষক কৰ্ম্মচাৰী, ছাত্ৰ-ছাত্ৰী, নকৈ উঠি অহা আজিৰ যুৱসমাজ জ্ঞানৰ ন-ন দিশত ব্ৰতী হ'ব পাৰিব বুলি আমাৰ দৃঢ় বিশ্বাস। আমি আশাৰে বাট চাই আছো— হাউলী হাইস্কুলে অতীত আৰু বৰ্ত্তমানতকৈয়ো অহা দিনবোৰত এটা উন্নত পৰম্পৰা সৃষ্টি কৰিব পাৰিব। আমি বিচাৰো শিক্ষাৰ ক্ষেত্ৰত এটা নতুন বিপ্লৱৰ সূচনা। যি বিপ্লৱে সমাজ, জাতি, কলা সংস্কৃতি, সাহিত্যৰ সৰ্ব্বাঙ্গীন উন্নতি সাধিব পাৰে। আমাৰ আশা এই সোণালী জয়ন্তীৰ পৱিত্ৰ আনন্দই এটা স্বতন্ত্ৰীয়া পৰম্পৰাক ঐতিহ্য পূৰ্ণ অতীতৰ বুকুৰ পৰা বৰ্ত্তমানলৈ আজুৰি আনি আমাৰ ভৱিষ্যত বংশধৰ সকলৰ লৈতে পৰিচয় কৰি দিব।

জয়তু হাউলী হাইস্কুল।

শ্ৰীবিবেকানন্দ সূত্ৰধৰ
সম্পাদক, ছাত্ৰ একতা সভা
হাউলী হাইস্কুল।

# প্ৰধান শিক্ষকৰ দুআৰ ঃ

হাউলী হাইস্কুল বৃহত্তৰ হাউলী অঞ্চলৰ ৰাইজৰ অতি মৰমৰ অনুষ্ঠান। এই মহৎ অনুষ্ঠানটিৰ মূৰব্বী শিক্ষক হিচাবে যোগদান কৰিবলৈ পাই আমি নিজকে ধন্য মানিছো। বিদ্যালয়খনিৰ দায়িত্বভাৰ লোৱা তেনেই কম দিন হলেও, সেই কম সময়ৰ ভিতৰতে আমি গুৰুত্বপূৰ্ণ এই অনুষ্ঠানটিৰ প্ৰয়োজন, অভাৱ-অভিযোগ আৰু সেই সম্পৰ্কে পৰামিনি প্ৰতিকাৰৰ উপায় নিচিন্তাকৈ থকা নাই। সদাশয় ৰাইজ, সহকৰ্মী শিক্ষক-শিক্ষয়িত্ৰী, মৰমৰ ছাত্ৰ-ছাত্ৰী আৰু পৰিচালনা ( উন্নয়ন ) সমিতিৰ সামূহিক সহযোগ-প্ৰচেস্টা হলে, নিশ্চয় অনুষ্ঠানটিৰ উত্তৰোত্তৰ উন্নতি সাধন কৰিব পৰা যাব।

সমগ্ৰ হাউলী অঞ্চলৰ গুৰুত্বপূৰ্ণ এই জ্ঞান-ক্ষেত্ৰৰ জন্ম হৈছিল ১৯৩৯ চনত ৩ মাৰ্চৰ শুভ লগ্নত। যি-সকল মহৎ, ত্যাগী ব্যক্তিৰ অক্লান্ত প্ৰচেষ্টা ত্যাগৰ বিনিময়ত এই জ্ঞানৰ মন্দিৰৰ জন্ম হল, সেইসকল [ প্ৰয়াত বা জীৱিত ] মহৎ ব্যক্তিলৈ আমাৰ অনুষ্ঠানৰ তৰফৰ পৰা শ্ৰদ্ধাঞ্জলি যাচিছো। এই তিনি মাৰ্চত ইয়াৰ পঞ্চাশ বছৰ পূৰ্ণ হ'ল। সেই উপলক্ষে ৰাইজে বিদ্যালয়-খনিৰ সোণালী জয়ন্তী উৎসৱৰ আয়োজন কৰিছে। এই মহোৎসৱৰ আয়োজনত ৰাইজৰ স্বতঃস্ফূৰ্ত্ত উৎসাহ, উদ্দীপনা, সঁহাৰি দেখি সচাকৈয়ে মুগ্ধ হৈছোঁ। ইয়াৰ বাবে আমি নিশ্চয় ৰাইজৰ ওচৰত কৃতজ্ঞ থাকিম।

বিগত পঞ্চাশ বছৰত এই বিদ্যালয়ৰ পৰা উত্তীৰ্ণ হৈ যোৱা বহুতো ছাত্ৰই শিক্ষা, সাহিত্য, কলা-কৃষ্টি, বিজ্ঞান, চিকিৎসা, প্ৰযুক্তিবিদ্যা, ৰাজনীতি, কৃষি-বাণিজ্য প্ৰশাসন আদিৰ ক্ষেত্ৰত নিজৰ কৃতিত্ব দেখুৱাই আমাৰ বিদ্যালয় তথা সমগ্ৰ হাউলী অঞ্চলৰে নাম-যশ দেশে-বিদেশে বিস্তাৰিত কৰিছে। সেইসকল কৃতবিদ্য ছাত্ৰ-ছাত্ৰীলৈ এই সোণালী জয়ন্তী উৎসৱৰ শুভ-মুহূৰ্ত্তত গৌৰৱেৰে সোঁৱৰণ কৰিছো। উঠি অহা নতুন ছাত্ৰ-ছাত্ৰীৰ বৰ্ত্তমান-ভৱিষ্যত উজ্জ্বল-মঙ্গল কামনা কৰিলো।

সোণালী জয়ন্তী মহোৎসৱ উপলক্ষে ন-পুৰণি ছাত্ৰ-ছাত্ৰী সকল আহি উপস্থিত হৈছে আমাৰ মাজত। প্ৰাক্তন শিক্ষাগুৰু সকলো আহি শুভ-পদাৰ্পণ কৰিছেহি। বিশিষ্ট বৰেণ্য-বিজ্ঞ ব্যক্তিও আহি সমাগত হৈছে। নৰ-ৰূপী নাৰায়ণৰ এই সমাগমত আমাৰ হাউলী হাইস্কুল প্ৰাঙ্গণ মহামিলন তীৰ্থত পৰিণত হৈছে। হিয়া-ভৰা শ্ৰদ্ধা-ভক্তিৰ বাহিৰে আপোনাসবৰ শ্ৰীচৰণত অঞ্জলি দিবলৈ অকিঞ্চন আমাৰ কি আছে? নিজ গুনে তুষ্ট আপোনাসবে নিশ্চয় তুষ্ট-সন্তুষ্ট হৈ আমাক কৃতাৰ্থ কৰিব।

আমাৰ বিদ্যালয়ৰ সমূহ শিক্ষক-শিক্ষয়িত্ৰী, ছাত্ৰ-ছাত্ৰী, কৰ্মচাৰীবৃন্দৰ হকে আমি আপোনাসবলৈ শ্ৰদ্ধাৰ অঞ্জলি যাচি ইয়াকেই প্ৰাৰ্থনা কৰিলো।

সোণালী জয়ন্তীৰ পবিত্ৰ-ক্ষণত পৰমেশ্বৰ কৃষ্ণগুৰুৰ চৰণত সবাৰে মঙ্গল কামনা কৰিলো।

"জয়তু হাউলী হাইস্কুল"

শ্ৰীভূমিধৰ দাস
প্ৰধান শিক্ষক,
হাউলী হাইস্কুল

হাউলী হাইস্কুলৰ পৰিচালনা সমিতিৰ সভাপতি সকল। ( আৰম্ভণীৰ পৰা বৰ্ত্তমানলৈ )

| | | |
|---|---|---|
| মৌঃ নূৰ মহম্মদ খান | (প্ৰথম সভাপতি) | ৺ ডাঃ সুৰেন্দ্ৰ নাথ দাস, বাজ্যিক মন্ত্ৰী, অসম |
| ৺ দেবেন্দ্ৰ নাথ উজীৰ | | শ্ৰীসত্যনাথ দাস, অধ্যক্ষ, বি, এইচ, কলেজ |
| বৰপেটা মহকুমাধিপতি (পদেন) | | শ্ৰীধীৰেন্দ্ৰ নাথ পূজাৰী (বৰ্ত্তমান) |
| ৺ বিশ্বনাথ দাস, | | |

পৰিচালনা সমিতিৰ সম্পাদক সকল— ( আৰম্ভণীৰ পৰা বৰ্ত্তমানলৈ )

| | | | |
|---|---|---|---|
| ৺ দীননাথ চৌধুৰী | প্ৰথম সম্পাদক | ৺কেশৱ চন্দ্ৰ দাস মহাজন | ,, |
| শ্ৰীযাদৱ চন্দ্ৰ দাস | সহঃ ,, | শ্ৰীগৌৰীকান্ত শৰ্মা | অস্থায়ী ,, |
| মেঃ নূৰ মহম্মদ খাঁন | ,, | ৺ বিশ্বনাথ দাস | ,, |
| দেৱান আব্দুল হামিদ | ,, | প্ৰধান শিক্ষক পদেন | ,, |
| ৺ দাৰাজ আলি সৰকাৰ | ,, | পৰমানন্দ দাস | |

হাউলী হাইস্কুলৰ প্ৰতিষ্ঠাপক শিক্ষক সকল –

শ্ৰীবাসুদেৱ ভূঞা, প্ৰঃ শিঃ, হাউলী মাইনৰ স্কুল (ভাৰপ্ৰাপ্ত প্ৰঃ শিঃ)
শ্ৰীধীৰেন্দ্ৰনাথ পূজাৰী,
দেৱান আব্দুল হামিদ,

হাইস্কুলৰ প্ৰধান শিক্ষক সকল— ( আৰম্ভণীৰ পৰা বৰ্ত্তমানলৈ )

| | | | |
|---|---|---|---|
| ৺ গুৰুপ্ৰসাদ দাস | বি, এ, বি, টি, | শ্ৰীপৱন চন্দ্ৰ শৰ্ম্মা | বি, এ, বি, টি |
| ৺ হৰেকৃষ্ণ দাস | বি, এচ, চি | শ্ৰীত্ৰৈলোক্য ৰঞ্জন গোস্বামী | বি, এ, বি, টি |
| ৺ বাসুদেৱ দাস | বি, এ, (সন্মান সহ) | শ্ৰীবলভদ্ৰ অধিকাৰী ভাৰপ্ৰাপ্ত | বি, এ, বি, টি |
| শ্ৰীজয়কৃষ্ণ চৌধুৰী | বি, এ | শ্ৰীনাৰায়ণ চন্দ্ৰ তালুকদাৰ | বি, এ, বি, টি |
| শ্ৰীগৌৰীকান্ত শৰ্ম্মা | বি, এ, বি, টি | শ্ৰীকৃষ্ণ চন্দ্ৰ কলিতা | বি, এ, বি, টি |
| শ্ৰীপৰেশ চন্দ্ৰ উজীৰ | বি, এচ, চি | শ্ৰীভূমিধৰ দাস (বৰ্ত্তমান) | এম, এ, বি, টি |

স্কুলৰ বৰ্ত্তমান উন্নয়ন সমিতিৰ সভ্যসকল।

| | | | |
|---|---|---|---|
| শ্ৰীধীৰেন্দ্ৰনাথ পূজাৰী | সভাপতি | ,, ধনেশ্বৰ ভৰালী | |
| ,, ভূমিধৰ দাস | প্ৰঃ শিঃ সঃ | ,, সূৰ্য কান্ত কৰ্ম্মকাৰ | |
| আলি আকবৰ | সঃ প্ৰঃ শিঃ সভা | ,, ভূপেন দাস | |
| ,, নবীন চন্দ্ৰ দাস | অঃ হাঃ নৰ্ম্মাল স্কুঃ | ,, বিনোদ চন্দ দাস | সহঃ শিঃ |
| ডাঃ অজিত চৌধুৰী | মুঃ স্বাস্থ্য বিঃ হাঃ বাঃ চিঃ | ,, ধৰণীধৰ ভাগৱতী | সহঃ শি |
| শ্ৰীধৰ্ম্মকান্ত চৌধুৰী | | | |

স্কুলৰ বৰ্তমান ছাত্ৰ-ছাত্ৰীৰ সংখ্যা ৫২৫ জন আছে। বৰ্তমান শিক্ষক ২০ জন (এটা পদ খালি আছে) কাৰ্যালয় সহায়ক ২ জন আৰু ৪ৰ্থ শ্ৰেণীৰ কৰ্মচাৰী ৪ জন

শিক্ষক সকল—

শ্ৰীভূমিধৰ দাস এম, এ, বি, টি প্ৰঃ শিঃ
আলি আকবৰ বি, এ, বি, টি সহঃ "
শ্ৰীহৰিমোহন শৰ্ম্মা বি, এ, বি, টি " "
মিজানুৰ ৰহমান বি, এ " "
শ্ৰীশৈলেন্দ্ৰ নাথ চৌধুৰী বি, এ " "
" তাৰাপদ সাহা বি, এ, বি, টি " "
" যোগেন্দ্ৰনাথ শৰ্মা শাস্ত্ৰী বি, এ সাঃ "
" খগেন্দ্ৰ নাথ চৌধুৰী বি, এচ, টি " "
" টিকেন্দ্ৰজিৎ দাস বি, এ " "
" সূৰ্য্যকুমাৰ চৌধুৰী আই, এ, " "
" সুৰেন্দ্ৰ কুমাৰ দাস আই এচ, চি " "
" দীনেশ চন্দ শৰ্ম্মা ক্ৰেফট্ "
" বিনোদ চন্দ দাস শিঃ বিশাৰদ হিন্দী "
" ধৰণীধৰ ভাগৱতী আই, এ, সহঃ "
" অনট চন্দ্ৰ দাস বি, এচ, চি, " "
নজৰট আলি খান আঃ "
মোকছেদ আলি হিন্দী "
ৰেজিয়া বেগম বি এ, " "
শ্ৰীমতী অৰুণি চৌধুৰী এম, এ, " "

কাৰ্যালয় সহায়ক আব্দুল গফুৰ, শ্ৰীশশধৰ চৌধুৰী, ৪ৰ্থ শ্ৰেণীৰ কৰ্মচাৰী— শ্ৰীধীৰেন দাস, বীৰেন নাথ, মহাধন দাস, চন্দ্ৰ কান্ত তালুকদাৰ এন, চি, চি, লস্কৰ

হাউলী হাইস্কুলত সাময়িক ভাৱে চাকৰি কৰা শিক্ষক সকল।

শ্ৰীগিৰীশ চন্দ্ৰ দেৱ শৰ্মা ব্যাঃ শাস্ত্ৰী, সঃ স্কুঃ, বঃ
৺ ললিত চন্দ্ৰ দাস বৰপেটা
" লাবণ্য কুমাৰ চৌধুৰী সঃ স্কুঃ বঃ
" নাৰায়ণ চন্দ্ৰ অধিকাৰী " বামুণা
শ্ৰীতাৰানাথ ভট্টাচাৰ্য্য গুৱাহাটি ৩
" ৰমেশ চন্দ্ৰ গোস্বামী টিহু
ডাঃ উমেশ চন্দ্ৰ দাস পাঠশালা
" মহোদৰ শৰ্ম্মা "
" গণেশ চন্দ্ৰ নাথ ডিগবৈ
" হৰেকৃষ্ণ দাস, অধক্ষ্য বৰপেটা
" প্ৰমোদ কুমাৰ চৌধুৰী, এডভোকেট, বৰপেটা
৺ নাৰায়ণ চন্দ্ৰ তালুকদাৰ বঃ ৰোড
৺ হেমকান্ত গোস্বামী সৰুক্ষেত্ৰী
শ্ৰীবাসুদেৱ ভূঞা বঃ
" অমৰেন্দ্ৰ উজীৰ পাঠশালা
" বীৰেন্দ্ৰ নাথ দাস এম, এ, বৰপেটা
৺ যাদৱ চন্দ্ৰ দাস বৰপেটা
শ্ৰীযাদৱ চন্দ্ৰ দাস হাউলী
৺ দীননাথ চৌধুৰী "
৺ জয়দেৱ দাস এম, এ, বৰপেটা
শ্ৰীঅনিমেষ মেধী এম, এ, গুৱাহাটী
দৰবেশ আলি আহম্মদ হাউলী
মৌঃ মোক্তাৰ আলি এঃ ভোঃ বৰপেটা
বমিজুদ্দিন আহমেদ এম, এ, সৰভোগ

| | | | |
|---|---|---|---|
| ব্ৰজেন্দ্ৰ কুমাৰ ভাগৱতী | ,, | খনীন্দ্ৰ নাথ দাস | বৰপেটা |
| কিশোৰী মোহন দাস | ” | দীপক ৰঞ্জন সৰকাৰ | |
| পৰেশ চন্দ্ৰ দে সৰকাৰ | ,, | ভূমিধৰ দাস | হাউলী |
| ৺ এম, এ, ৰেজ্জাক | ” | প্ৰফুল্ল নাথ | ” |
| সুনীল কুমাৰ সাহা | ই: অ: ধুবুৰী | উপেন্দ্ৰ দাস | গোবৰ্দ্ধনা |
| ৰবীন্দ্ৰ নাথ আচাৰ্য্য | হাউলী | ৺ ৰাজেন্দ ভূঞা | বৰপেটা |
| উগ্ৰমল ডেকা | সৰ্থে: | অশ্বিনী পাঠক | মৈৰামাৰা |
| ড° অৰবিন্দ দেৱ মিশ্ৰ | গু: বি: বিদ্য | দুলাল চন্দ্ৰ দে | হাঃ |
| ড: প্ৰদীপ চন্দ্ৰ দাস | ” ,, | মহেন্দ্ৰ নাথ দাস | ” |
| জ্যোতিষ ” দেৱ নাথ | গু | ” প্ৰমোদ কুমাৰ চৌধুৰী | বৰপেটা |
| জীৱন কৃষ্ণ দেৱনাথ | নগাও | ” মহেশ চন্দ্ৰ চৌধুৰী | ” |
| ৰামকৃষ্ণ অধীকাৰী | ব: ৰো: | ,, ৰমেন্দ্ৰ নাথ দাস | ” |
| মহেশ চন্দ্ৰ চৌধুৰী | ব: | ” ব্ৰজেন্দ্ৰ কুমাৰ ভাগৱতী | ” |
| ৰমেন্দ্ৰ নাথ দাস এম, এ, | ,, | ” উগ্ৰমল ডেকা | সৰ্থেবাৰী |
| পৰেশ উজীৰ | গু: | ,, কিশোৰীমোহন দাস | বৰপেটা |
| অৰুণ পাঠক | হা: | ” অৰুণ কুমাৰ পাঠক | হাউলী |
| ভূপেন দাস এম. এ | ” | ” মতী অবলা দেৱী | বিছানকুছি |
| ভগীৰথ নাথ এম, এ | ” | ” ভূপেন দাস | হাউলী টাঃ |
| ললিত দাস | ধু: | ,, ভগীৰথ নাথ | ” ,, |
| মোঃ এছাহক আলি | চাকলা | ,, বিনয় তালুকদাৰ | পাঠশালা |
| শ্ৰীমতী অবলা দেৱী | পা: কু: | মোঃ এছাহক আলী | সৰুপেটা |
| ছায়ফুল ইছলাম | হা | ,, প্ৰফুল্ল নাথ | হাউলী |
| জয়দেৱ দাস | হা | ” ৰবীন্দ্ৰ আচাৰ্য্য | ,, |
| ৰামেশ্বৰ পাঠক | মঙ্গলদৈ | চায়ফুল ইছলাম | ,, |
| কন্দৰ্প কুমাৰ শৰ্ম্মা | হা: | ” উপেন দাস | গোবৰ্দ্ধনা |
| হৰেন্দ্ৰ নাথ দাস বি, এল | বৰপেটা | ” ভূমিধৰ দাস | মৌটুপুৰী |
| ময়জুদ্দিন মাহমুদ | কো: | ,, ৰাজেন্দ্ৰ নাথ ভূঞা | বৰপেটা |
| মোঃ চেকেণ্ডৰ আলি | হাঠিনাপুৰ | ,, পৰেশ চন্দ্ৰ উজীৰ | গুৱাহাটী |
| বিনয় কুমাৰ তালুকদাৰ | পাঠশালা | ,, ৰামকৃষ্ণ অধীকাৰী | সুন্দৰীদিয়া |

হাউলী হাইস্কুলৰ প্ৰয়াত শিক্ষকসকল—

৺ বাসুদেৱ দাস, ৺ গুৰুপ্ৰসাদ দাস, ৺ বলিৰাম 'কাকতি, ৺ বংশীধৰ ফুকন, ৺ লাৱণ্য কুমাৰ চৌধুৰী ৺ জীৱন ভট্ট, ৺ ৰাজেন্দ্ৰ নাথ ভূঞা, ৺ হেমকান্ত গোস্বামী, ৺ দীননাথ চৌধুৰী, ৺ নাৰায়ণ অধিকাৰী, ৺ হৰেকৃষ্ণ দাস, ৺ প্ৰাণগোপাল নাথ, ৺ নাৰায়ণ তালুকদাৰ -

হাউলী হাইস্কুলৰ অৱসৰপ্ৰাপ্ত শিক্ষক সকল—

| | | | | | |
|---|---|---|---|---|---|
| বলিৰাম কাকতী | সহঃ শিক্ষক | শ্ৰীপৱন চন্দ শৰ্ম্মা | " | " |
| দেৱান আব্দুল হামিদ, প্ৰতিষ্ঠাপক | " | " | " সদানন্দ দাস | সহঃ | " |
| শ্ৰীধীৰেন্দ্ৰ নাথ পূজাৰী, | " | " | " বলভদ্ৰ অধিকাৰী | সহঃ প্ৰঃ | " |
| ৺ প্ৰাণগোপাল নাথ | সঃ প্ৰঃ | " | " কাশীনাথ পাঠক | " | " |

হাউলী হাইস্কুলত সময়ে সময়ে কাম কৰা সহকাৰী শিক্ষক সকল—

| | | | |
|---|---|---|---|
| শ্ৰীললিত দাস | বৰপেটা | " অৰবিন্দ দেৱ মিশ্ৰ | বৰপেটা |
| " গিৰীশ দাস | সুন্দৰীদিয় | মোঃ মথতীৰ আলি | " |
| ৺ লাৱণ্য কুমাৰ চৌধুৰী | " | " বীৰেন্দ্ৰ নাথ দাস | " |
| ৺ নাৰায়ণ অধিকাৰী | " | " সুৰেন্দ্ৰ নাথ দাস | হাউলী |
| ডাঃ উমেশ দাস | পাঠশালা | " যাদৱ চন্দ্ৰ দাস | বৰপেটা |
| মহোদৱ শৰ্ম্মা | " | ৺ জয়দেৱ দাস | " |
| হৰেকৃষ্ণ দাস | বৰপেটা | শ্ৰীঅনিমেষ মেধী | " |
| ৺ নাৰায়ণ চন্দ তালুকদাৰ | বঃ ৰোড | মঃ দৰবেশ আলি | হাউলী |
| শ্ৰীহেমকান্ত শৰ্ম্মা | বৰপেটা | শ্ৰীপ্ৰদীপ চন্দ্ৰ দাস | " |
| ৺ হেমকান্ত গোস্বামী | সৰুপেটা | " জ্যোতিষ চন্দ্ৰ দেৱনাথ | বৰপেটা ৰোড |
| শ্ৰীৰমেশ গোস্বামী | টিহু | " পৰেশ চন্দ্ৰ দেৱ সৰকাৰ | |
| " মহোদৱ শৰ্ম্মা | পাঠশালা | " জীৱনকৃষ্ণ দেৱনাথ | নগাওঁ |
| " গণেশ নাথ | হাউলী | " ৰামেশ্বৰ পাঠক | দলগাওঁ |
| " তাৰানাথ ভট্টাচাৰ্য্য | গুৱাহাটী | | |

# সোণালী জয়ন্তী উৎসৱলৈ এহেজাৰ টকা বা ততোধিক বৰঙণি দিয়া দাঁতা সকলৰ নাম এই শিতানত প্ৰকাশ কৰা হ'ল।

| | |
|---|---|
| মাৰোৱাৰী এচোচিয়েচন্ হাউলী-- | ২৫,০০০ |
| গিৰিধাৰীলাল দাস বৰপেটা— | ৫,০০০ |
| বিশ্বনাথ দাস এণ্ড চন্ হাউলী— | ৩,০০০ |
| যাদব চন্দ্ৰ দাস হাউলী— | ২,০০০ |
| ডাঃ সুৰেন্দ্ৰ নাথ দাসদেৱৰ পৰিয়াল হাউলী— | ২,০০০ |
| শৰৎ দাস মৈৰামাৰা— | ২,০০০ |
| ৰণজিৎ কুমাৰ মালু গুৱাহাটী— | ২,০০০ |
| ৰামকুমাৰ আগৰৱালা বৰপেটাৰোড্— | ১,৪০০ |
| নব ৰায় চৌধুৰী বৰপেটাৰোড্— | ১,৪০০ |
| গনপত ৰায় মোৰ বৰপেটাৰোড্— | ১,৪০০ |
| ধৰণীধৰ দাস মৈৰামাৰা— | ১,১০০ |
| সুৰেন্দ্ৰ নাথ দাস হাউলী বৰুৱা বাজাৰ— | ১,১০০ |
| হনুমান প্ৰসাদ আগৰৱালা বৰপেটাৰোড্— | ১,০০০ |
| সত্যনাথ দাস অধ্যক্ষ বি এইচ কলেজ হাউলী— | ১,০০০ |
| পৰমানন্দ দাস হাউলী— | ১,০০০ |
| ধৰ্ম্মকান্ত চৌধুৰী দলাগাওঁ— | ১,০০০ |
| নীৰেন্দ্ৰ কুমাৰ শীল— | ১,০০০ |
| নৰ্থ ইষ্ট টেনিং ইণ্ডাষ্ট্ৰি— | ১,০০০ |
| চণ্ডিচৰণ দাস হাউলী— | ১,০০০ |
| সৰ্বানন্দ দাস পৰাভিঁৰাল | ১,০০০ |
| প্ৰদীপ নাথ, অজিত নাথ হাউলী টাউন— | ১,০০০ |
| ৰামচন্দ্ৰ সাহা হাউলী টাউন— | ১,০০০ |
| জগদীশ চন্দ্ৰ সুভাষ চন্দ্ৰ সাহা হাউলী টাউন— | ১,০০০ |
| দেৱনাথ দাস দলাগাওঁ— | ১,০০০ |
| Capri Home Products L. T. D. (Barpeta Road) | ১,০০০ |
| গোপাল বাগাৰীয়া বৰপেটাৰোড্— | ১,০০০ |
| হক ব্ৰাদাৰ্চ হাউলী— | ১,০০০ |
| মোছলেম উদ্দিন আহমেদ— | ১,০০০ |

# আমাৰ দু-আষাৰ

হাউলী হাইস্কুল হাউলী অঞ্চলৰ জাতি ধৰ্ম্ম নিৰ্বিশেষে বিভিন্ন জনগোষ্ঠীৰ সংহতিৰ প্ৰতীক এটি মহৎ জ্ঞানৰ মন্দিৰ। দেশৰ বিভিন্ন সংকটৰ সময়তো এই অনুষ্ঠানটিয়ে তাৰ নিজৰ বৈশিষ্ট্য ৰক্ষা কৰি জ্ঞানৰ ৰশ্মি বিতৰণ কৰি আহিছে। যি সকল সামাজিক শুভাকাংখী, দূৰদৰ্শী আৰু মহৎ ব্যক্তিৰ অক্লান্ত শ্ৰম আৰু প্ৰচেষ্টাৰ বলত এই জ্ঞান মন্দিৰে জন্ম, স্থিতি আৰু প্ৰসাৰতা লাভ কৰি বৃহত্তৰ হাউলী অঞ্চলৰ মহৎ উপকাৰ সাধিলে, সেই সকলো, প্ৰতিষ্ঠাতা, শিক্ষক, অভিভাৱক আৰু ছাত্ৰ-ছাত্ৰী, ৰাইজলৈ, আমাৰ হিয়াভৰা, শ্ৰদ্ধা আৰু শুভেচ্ছা জ্ঞাপন কৰিছোঁ।

১৯৩৯ ইং চনৰ ৩ মাৰ্চ্চ তাৰিখে জন্ম লাভ কৰা হাউলী হাইস্কুলৰ ১৯৮৯ ইং চনৰ ৩ মাৰ্চ্চ তাৰিখে পঞ্চাশ বছৰ পূৰ্ণ হয়। সেয়ে বৃহত্তৰ হাউলী অঞ্চলৰ বিদ্যালয়খনিৰ সৈতে জড়িত সমূহ ৰাইজ শিক্ষক, ছাত্ৰ-ছাত্ৰী বিদ্যালয়ৰ সোণালী জয়ন্তী উৎসৱ উদ্‌যাপন কৰাত আশাশুৱাঁয়া কৈ লাগি পৰিছে। গতিকে মৰমৰ হাউলী হাইস্কুলৰ সোণালী জয়ন্তী উৎসৱ পালন কৰাটো সকলোৰে গৌৰৱৰ কথা বুলি ভাবিছে। আজি হাউলীৰ চাৰিওফালে যেন এটি আনন্দ মুখৰ পৰিৱেশ। আমি এই মহৎ উৎসৱৰ সমূহ উদ্যোক্তালৈ অভিনন্দন জনোৱাৰ লগতে ইয়াৰ সফল ৰূপায়ণ কামনা কৰিছোঁ।

হাউলী হাইস্কুলৰ সোণালী জয়ন্তী মহোৎসৱৰ লেখিয়া এটি মহৎ অনুষ্ঠানৰ অৰ্দ্ধ শতাব্দীৰো অধিক কাল সামৰি, অঞ্চলটোৰ, শৈক্ষিক, সামাজিক, সাংস্কৃতিক, বিভিন্ন দিশৰ দাপোন স্বৰূপে প্ৰকাশ হবলগীয়া "স্মৃতি-লেখাৰ" সম্পাদনাৰ গুৰু দায়িত্ব আমাৰ ওপৰত অৰ্পণ কৰা হয়। কামটো অতি কঠিন, সময় অতি তাকৰীয়া বুলি জানিও এটি সামাজিক দায়বদ্ধতা বুলি মানি লৈ ৰাইজৰ আশীষ শিৰত লৈ এই পবিত্ৰ কামৰ দায়িত্ব লওঁ। সম্পাদনাৰ কামত বিভিন্ন প্ৰকাৰে সহায় কৰা, লিখক, প্ৰাক্তন শিক্ষক, প্ৰাক্তন ছাত্ৰ-ছাত্ৰী আৰু বিজ্ঞ সকললৈ আমাৰ কৃতজ্ঞতা, নিবেদন কৰিলোঁ।

"স্মৃতি লেখাক" সজাই পৰাই দিয়া বাবে এই বিদ্যালয়ৰ প্ৰাক্তন ছাত্ৰ। শ্ৰীপ্ৰসেনজিৎ দাস হেমেন দাস, হৃষীকেশ গোস্বামী আৰু ভূপেন দাস লৈ আমাৰ মৰম থাকিল। নিচেই কম সময়ৰ ভিতৰতে গ্ৰন্থখনিৰ ছপা কাম সমাধা কৰি দিয়া বাবে হাউলীৰ "তালুকদাৰ প্ৰিন্টাৰ্চ" আৰু গুৱাহাটীৰ শৰাই ঘাট প্ৰিন্টাৰ্চৰ; মালিক আৰু কৰ্ম্মচাৰী বৃন্দলৈ আমাৰ আন্তৰিক কৃতজ্ঞতা থাকিল! অতি তাকৰ সময়ৰ ভিতৰতে খৰতকীয়াকৈ "স্মৃতি লেখা" উলিয়াব লগা হোৱাত বহুতো ভুল-ত্ৰুটী ৰৈ গৈছে। চিন্তা চৰ্চ্চা কৰি লিখা বহুতো প্ৰবন্ধ চুটি কৰিব লগীয়া হৈছে। আৱশ্যকীয় ফটো আদিও প্ৰকাশ কৰিব পৰা নাই। তাৰ বাবে সুধী ৰাইজৰ ওচৰত ক্ষমা-ভিক্ষা কৰিছোঁ।

—ঃ জয়তু হাউলী হাইস্কুল ঃ—

স্মৃতিলেখাৰ জৰিয়তে ঐতিহ্যমণ্ডিত হাউলী আৰু হাউলী হাইস্কুলৰ বিগত পঞ্চাশ বছৰৰ ইতিহাস কিছু পৰিমাণে হলেও পাঠক আৰু সুধী সমাজে জানিব পাৰিলে আমাৰ শ্ৰম সাৰ্থক হোৱা বুলি ভাবিম।

সম্পাদক, স্মৃতিলেখা

# হাউলী হাইস্কুল সোণালী জয়ন্তী উদযাপন সমিতিৰ কাৰ্য্য নিৰ্ব্বাহক সমিতি

উপদেষ্টাঃ— শ্ৰীসঞ্জীৱ সভলোক আই. এ. এচ.
উপায়ুক্ত বৰপেটা জিলা
শ্ৰীপ্ৰবীণ কুমাৰ গগৈ এ. ই এচ.
বিদ্যালয় সমূহৰ পৰিদৰ্শক
বৰপেটা জিলা সংমণ্ডল

অধ্যক্ষ— শ্ৰীসত্যনাথ দাস

উপাধ্যক্ষ— শ্ৰীগিৰীন্দ্ৰ কুমাৰ দাস
শ্ৰীযাদৱ চন্দ্ৰ দাস
শ্ৰীধীৰেন্দ্ৰ নাথ পূজাৰী
শ্ৰীসদানন্দ দাস

সভাপতিঃ— কুমাৰ দীপক দাস

কাৰ্য্যকৰী সভাপতিঃ —
অধ্যাপক অৰুণ কুমাৰ পাঠক

উপসভাপতিঃ — শ্ৰীসূৰ্য্য কুমাৰ চৌধুৰী

সাধাৰণ সম্পাদকঃ — শ্ৰীহেমেন দাস

সহঃ সাধাৰণ সম্পাদকঃ — অধ্যাপক শ্ৰীভগীৰথ নাথ
অধ্যাপক মৃনাল কান্তি ভৌমিক
শ্ৰীতাৰাপদ সাহা

বিত্ত সম্পাদকঃ—
শ্ৰীপৰমানন্দ দাস

কাৰ্য্যালয় সম্পাদকঃ —
শ্ৰীভূমিধৰ দাস

সদস্য সকল—

ভূপেন্দ্ৰ নাথ দাস, কাশী নাথ পাঠক, যোগেশ চন্দ্ৰ নাথ, ধৰ্ম্মকান্ত চৌধুৰী, ধনেশ্বৰ ভৰালী, সূৰ্য্যকান্ত কৰ্ম্মকাৰ, দেৱান আব্দুল হামিদ, সৰ্ব্বেশ্বৰ বায়ন, সুৰেন্দ্ৰ নাথ দাস, কমল চন্দ্ৰ বায়ন, জুলুৰুদ্দিন আহমেদ, দৰবেশ আলী, নাৰায়ণ গোস্বামী, এছাহক আলী, নৃপেন্দ্ৰ নাথ পূজাৰী, খনীন্দ্ৰ কুমাৰ পাঠক, যুগান্ত বায়ন, মদন দাস, চিদানন্দ দাস, চানাউৰ ৰহমান, জয়নুদ্দিন আহমেদ ধৰণীধৰ দাস, ধনৰাজ বেদ, বিনোদ চন্দ্ৰ দাস, ডাঃ দেবেন দাস, ৰামচন্দ্ৰ সাহা, অনিল ৰয়, চিত্তৰঞ্জন সাহা, প্ৰাণকৃষ্ণ দাস, আনোৱাৰ হুচেইন খান, পদ্ম নাথ, আব্দুল জলিল, অধ্যাপক আবুল হুচেইন খান, উদয় গোস্বামী, গোলাম আব্দুল হামিদ, ভগৱান চন্দ্ৰ তালুকদাৰ, দীনেশ তালুকদাৰ, পৰ্ব্বানন্দ দাস, অধ্যাপক গুণীন্দ্ৰ চৌধুৰী, হৰিপ্ৰসাদ চৌধুৰী, ওৱাহেদ আলী চৰকাৰ, খুৰছেদ আলী, অচ্যুত দাস ভদীয়া বায়ন, আব্দুল কাদেৰ, জগবন্ধু শৰ্ম্মা, হৰগোবিন্দ দাস প্ৰাণেশ্বৰ দাস, ধৰণীধৰ দাস, মিজানুৰ ৰহমান, উদয় দাস, চম্পালাল জৈন, কানাইলাল বেঠৰা, আলী মুদ্দিন, বিবেকানন্দ চৌধুৰী, উজীৰ আলী, ভদ্ৰেশ্বৰ শৰ্ম্মা, হলিৰাম নাথ, ধৰ্মেশ্বৰ নাথ, সুৰেন্দ্ৰ নাৰায়ণ গোস্বামী হীৰেন্দ্ৰ নাথ চৌধুৰী, নিৰঞ্জন দাস ( নীৰু ), মিহিৰ নাথ,হাউলী হাইস্কুলৰ শিক্ষক শিক্ষয়িত্ৰী সকল, হাউলীৰ নিকট বৰ্ত্তী সকলো ক) হাইস্কুল খ) নৰ্মাল স্কুল গ) বেচিক ট্ৰেইনিং চেণ্টাৰ ঘ) হাইমাদ্ৰাছা ঙ) এম,ই স্কুল চ) প্ৰাইমাৰী স্কুলৰ প্ৰধান সকল ।

# হাউলী হাইস্কুল সোণালী জয়ন্তী উদ্‌যাপন সমিতিৰ বিভিন্ন উপসমিতি সমূহ

কৰ্ণধাৰ সমিতি—

শ্ৰীকুমাৰ দীপক দাস
,, অৰুণ কুমাৰ পাঠক
,, হেমেন দাস
,, ভূমিধৰ দাস
,, সত্যনাথ দাস
,, গিৰীন্দ্ৰ কুমাৰ দাস
,, যাদব চন্দ্ৰ দাস
,, সদানন্দ দাস
দেৱান আব্দুল হামিদ
শ্ৰীকাশীনাথ পাঠক

আৰু বিভিন্ন উপ-সমিতিৰ আহ্বায়ক সকল।

সাংস্কৃতিক উপসমিতি— উপদেষ্টা— শ্ৰীনিৰঞ্জন দাস (নিক) সভাপতি— বিবেকানন্দ চৌধুৰী
আহ্বায়ক— টিকেন দাস, শ্ৰীহিৰন্ময় দেউৰী
সদস্য— অধ্যাপিকা, ফুলকুমাৰী কলিতা, মানবজ্যোতি দাস, দীনেশ দাস, কুলকমল পাঠক
চন্দন মিশ্ৰ' গৌতম চৌধুৰী, জয়ন্ত ভৌমিক ডালিম নাথ, কুঞ্জ বৰ্ম্মণ

ব্যৱস্থাপনা উপসমিতি— সভাপতি - শ্ৰীশৈলেন চৌধুৰী আহ্বায়ক- ভগীৰথ নাথ
সদস্য— সৰ্ব্বশ্ৰী মতী অৰুণি চৌধুৰী, ৰেজিয়া বেগম, মিহিৰ নাথ জিতেন চৌধুৰী, যোগেন শাস্ত্ৰী, ডাঃ অজিত চৌধুৰী, ডাঃ নবনীন্দ্ৰ শৰ্ম্মা, ডাঃ মতিলাল দাস

আলোচনা চক্ৰ উপ-সমিতি— সভাপতি— শ্ৰীযোগেশ নাথ আহ্বায়ক নৃপেন পূজাৰী
সদস্য— আলী আকবৰ, কমল বায়ন, নাৰায়ণ গোস্বামী, মুনীন্দ্ৰ নাৰায়ণ গোস্বামী, নবীন দাস, ঘামেশ্বৰ তালুকদাৰ, সত্যেন্দ্ৰ পাঠক, বলভদ্ৰ অধিকাৰী, হৰিমোহন শৰ্মা

প্ৰতিযোগিতা পৰিচালনা উপ-সমিতি—
উপদেষ্টা— অধ্যাপক ভূপেন দাস সভাপতি— শ্ৰীভূপেন দাস আহ্বায়ক— হৃষীকেশ গোস্বামী
সদস্য— ধীমান কুমাৰ চৌধুৰী, সত্যনাথ দাস (ধনজিৎ), প্ৰদীপ কুমাৰ দাস, ছাদিকুৰ ৰহমান, অৰবিন্দ নাথ, উদয় নাথ, ধনঞ্জয় বৰ্ম্মন, দীপক নাথ,

প্ৰচাৰ আৰু যোগাযোগৰ উপসমিতি—

সভাপতি— শ্ৰীখনীন্দ্ৰ কুমাৰ পাঠক আহ্বায়ক— খনীন্দ্ৰ, বায়ন

সদস্য— নীলাঞ্জন পূজাৰী, সত্য বৰ্মণ, যুগান্ত বায়ন, কুমাৰ মীন দাস, দ্বীজেন দাস, দ্বাজেন দাস, ডম্বৰুধৰ নাথ, অমল চৌধুৰী.

অভ্যৰ্থনা উপ-সমিতি— সভাপতি— শ্ৰীগিৰীন্দ্ৰ কুমাৰ দাস আহ্বায়ক— সত্যেন্দ্ৰ পাঠক

সদস্য— মুনীন্দ্ৰ নাৰায়ণ দেৱশৰ্মা. খগেন্দ্ৰ চৌধুৰী, জগদীশ শৰ্ম্মা, তৰুন নাথ, বৰুণ নাথ, পৰেন চৌধুৰী. ফটিক পাঠক. লাচিত দাস কিশোৰ ভট্ট, নিকুঞ্জ শৰ্ম্মা. প্ৰহ্লাদ নাথ, অমল কুমাৰ দাস, ফণীন্দ্ৰ নাথ

স্মৃতিগ্ৰন্থ সম্পাদনা সমিতি— সভাপতি শ্ৰীযদিৰ চন্দ্ৰ দাস সম্পাদকদ্বয় : যোগেশ নাথ. শ্ৰীধীৰেন্দ্ৰ পূজাৰী
সহঃ সম্পাদকদ্বয়ঃ অধ্যক্ষ ভূপেন দাস, যুগান্ত বায়ন

সদস্য : চাকিনা খাতুন. দেৱান আব্দুল হামিদ, কমল বায়ন, অনিল ৰয়, কাশীনাথ পাঠক, সদানন্দ দাস. শশধৰ মিশ্ৰ কুমাৰ মীন দাস

হিচাব পৰীক্ষক:— অধ্যাপক নিৰ্মল কুমাৰ জৈন মহেন্দ্ৰ দাস

বিত্ত উপসমিতি— সভাপতি— শ্ৰীসত্যনাথ দাস আহ্বায়ক শ্ৰীপৰমানন্দ দাস

সদস্য— শ্ৰীগিৰীন্দ্ৰ কুমাৰ দাস, ভূপেন দাস. ধৰণীধৰ দাস. হিৰেন্দ্ৰ নাথ চৌধুৰী যোগেশ নাথ ধনৰাজ বেদ সূৰ্য্যকান্ত কৰ্মকাৰ, গোপাল দাস বাবুলাল মোৰ যাদৱ দাস সৰ্ব্বেশ্বৰ বায়ন গৌৰীশংকৰ খেমকা হনুমান প্ৰসাদ আগৰৱালা ৰচিত আলী. সমৰেন্দ্ৰ পাঠক, আলী আকবৰ, খগেন চৌধুৰী. শৈলেন চৌধুৰী অটন দাস মিজানুৰ ৰহমান.

খাদ্য— উপসমিতি উপদেষ্টা— শ্ৰীনিহাৰেন্দু চৌধুৰী. শ্ৰীমহানন্দ দাস

সভাপতি— শ্ৰীধৰনীধৰ দাস আহ্বায়ক—শ্ৰীমৃনাল কান্তি ভৌমিক

সদস্য— শ্ৰীৰাধাচৰণ ৰাভা (অধ্যাপক) হৰেকৃষ্ণ দাস (গুণ) সুশীল পাঠক এচাহাক আলী খান, অনিল ৰয় শশধৰ চৌধুৰী চিদানন্দ দাস বিনোদ দাস আব্দুল গফুৰ গুণীন উজিৰ নগেন নাথ নৃপেন দাস

মঞ্চ, তোৰণ মণ্ডপ উপ-সমিতি—

সভাপতি— শ্ৰীহিৰেন্দ্ৰ নাথ চৌধুৰী আহ্বায়ক— শ্ৰীসূৰ্য্য চৌধুৰী

সদস্য— শ্ৰীধনেশ্বৰ ভড়ালী দিবাকৰ নাথ, বশিষ্ঠ দাস, উদয় গোস্বামী, ৰামকৃষ্ণ সাহা, অমৰেন্দ্ৰ পূজাৰী সমৰেন্দ্ৰ পাঠক, সৰ্ব্বানন্দ ডেকা .

প্ৰদৰ্শনি উপসমিতি—

উপদেষ্টা শ্ৰীটিকেন্দ্ৰজিৎ দাস সভাপতি— শ্ৰীতাৰাপদ সাহা আহ্বায়ক— শ্ৰীমিহিৰ নাথ

সদস্য— শ্ৰীসুৰেন দাস অনট দাস ফুলকুমাৰী কলিতা খৰ্গেশ্বৰ নাথ জোন দাস ভূপেন নাথ

স্বেচ্ছাসেৱক— সভাপতি— শ্ৰীধৰনীধৰ ভাগৱতী আহ্বায়ক — শ্ৰীমদন দাস

সদস্য— মোকছেদ আলী নজমত আলী খান পৰমা নাথ ভগৱান দাস উত্তম নাথ মুকুন্দ দাস দ্বিপেন চৌধুৰী সনাতন কলিতা খনীন দাস ( নিপ ) ধনঞ্জয় নাথ .

হাউলী হাইস্কুলৰ সোণালী জয়ন্তীলৈ শুভেচ্ছা জনোৱাৰ লগতে ন-পুৰণি ছাত্ৰ-ছাত্ৰী আৰু শিক্ষক সকললৈ হাউলী নগৰ সমিতিয়ে শুভেচ্ছা জনাইছে—

নগৰ বাসী হিচাবে নগৰ উন্নয়নত আপোনাৰ কৰণীয় কৰ্ত্তব্য অতি গুৰুত্বপূৰ্ণ। নগৰ খন পৰিস্কাৰ পৰিচ্ছন্ন কৰি ৰখাৰ লগতে কৰ কাটলবোৰ যথা সময়ত আদায় দি সজ পৰামৰ্শৰে হাউলী নগৰখনৰ উন্নতি সাধন কৰিবলৈ অনুৰোধ জনাইছো ।

সভাপতি
হাউলী নগৰ সমিতি
হাউলী

## হাউলী হাইস্কুলৰ সোণালী জয়ন্তীৰ সফলতা কামনাৰে—

বৰপেটা পৌৰ সভাই বৰপেটা চহৰৰ উন্নয়ন আৰু সৌন্দৰ্য্য বৃদ্ধিৰ উদ্দেশ্যে হাতত লোৱা আঁচনি সমূহ—

* বৰ বজাৰত নতুন গৃহ নিৰ্ম্মাণ।
* পথত বিজুলী চাকিৰ উন্নয়ন আৰু সংখ্যা বৰ্দ্ধন।
* নতুন মটৰ আস্থানৰ উন্নয়ন আৰু ৰাজহুৱা শৌচগাৰ, প্ৰসাবগাৰ নিৰ্ম্মাণ।
* চহৰৰ পথ সমূহ পৰ্য্যায় ক্ৰমে পকা আৰু উন্নয়ন কৰণ।
* পৌৰসভা কাৰ্য্যালয় নিৰ্ম্মাণ।
* ৰাজহুৱা উদ্যানৰ উন্নয়ন আৰু সৌন্দৰ্য্য বৰ্দ্ধন।

চৰকাৰী অনুদানৰ অপেক্ষাত থকা আঁচনি সমূহ—

* চহৰৰ সম্প্ৰসাৰণ।
* এখনি সাপ্তাহিক হাট-বজাৰ স্থাপন।
* নতুন নলা নৰ্দমা নিৰ্ম্মাণ।

শ্ৰীৰমনী মোহন বায়ন
সভাপতি
বৰপেটা পৌৰসভা।

---

সোণালী জয়ন্তী উদ্‌যাপন সমিতিলৈ আন্তৰিক শুভেচ্ছাৰে—

# বৰপেটা মহকুমা পৰিষদ

**গ্ৰাম্যাঞ্চলৰ সৰ্ব্বাঙ্গীন উন্নতিৰ বাবে সকলো ৰাইজৰ সহায় সহযোগিতা কামনা কৰিলো।**

## হাউলী হাইস্কুলৰ সোণালী জয়ন্তী উপলক্ষে
## হাউলী নিয়ন্ত্ৰিত বজাৰ সমিতিয়ে সমূহ ৰাইজলৈ
## শুভেচ্ছা জনাইছে—

## কৃষি-জীৱি আৰু ব্যৱসায়ীৰ সেৱাত—
## হাউলী নিয়ন্ত্ৰিত বজাৰ

বিশেষ সুবিধা সমূহ—

কৃষকৰ উৎপাদিত সামগ্ৰীৰ উপযুক্ত মূল্যৰ সুৰক্ষা দিয়া।

কৃষক আৰু ব্যৱসায়ীৰ মাজত বেচা-কিনাৰ আইন সঙ্গত ব্যৱস্থা কৰা।

ব্যৱসায়ী সকলে অনুজ্ঞা-পত্ৰ লোৱাটো বাধ্যতা মূলক।

বেচোঁতাই কৰ দিব নালাগে, কিনোতাইহে ১% হাৰত উপকৰ দিব লাগে।

অবিক্ৰিত কৃষি-সামগ্ৰীৰ বিপৰীতে কৃষকলৈ আৰ্থিক সাহাৰ্য্য। ইত্যাদি

উপকৰ দিব লগীয়া সামগ্ৰী সমূহ— মৰাপাট, ধান, চাউল, সৰিয়হ, ঘেঁহু, নাৰিকল, মাহজাতীয় শস্য, ধনীয়া, তামোল, চুপাৰী, জলকীয়া।

(হাউলী নিয়ন্ত্ৰিত বজাৰ সমিতিৰ দ্বাৰা প্ৰচাৰিত)

বেটুপাত শৰাইঘাট প্ৰিণ্টাৰ্চ, গুৱাহাটী-৩ ত মুদ্ৰিত

সোণালী জয়ন্তী উদযাপন সমিতিৰ হকে হেমেন দাসৰ দ্বাৰা প্ৰচাৰিত, শ্ৰীযোগেশ চন্দ্ৰ নাথ আৰু শ্ৰীধীৰেন্দ্ৰ নাথ পূজাৰীৰ দ্বাৰা সম্পাদিত, আৰু তালুকদাৰ প্ৰিণ্টাৰ্চ হাউলীত মুদ্ৰিত।

## হাউলী হাইস্কুলৰ সোণালী জয়ন্তী উপলক্ষে হাউলী নিয়ন্ত্ৰিত বজাৰ সমিতিয়ে সমূহ ৰাইজলৈ শুভেচ্ছা জনাইছে—

### কৃষি-জীৱি আৰু ব্যৱসায়ীৰ সেৱাত— হাউলী নিয়ন্ত্ৰিত বজাৰ

বিশেষ সুবিধা সমূহ—

কৃষকৰ উৎপাদিত সামগ্ৰীৰ উপযুক্ত মূল্যৰ সুৰক্ষা দিয়া।

কৃষক আৰু ব্যৱসায়ীৰ মাজত বেচা-কিনাৰ আইন সঙ্গত ব্যৱস্থা কৰা।

ব্যৱসায়ী সকলে অনুজ্ঞা-পত্ৰ লোৱাটো বাধ্যতা মূলক।

বেচোঁতাই কৰ দিব নালাগে, কিনোতাইহে ১% হাৰত উপকৰ দিব লাগে।

অবিক্ৰিত কৃষি-সামগ্ৰীৰ বিপৰীতে কৃষকলৈ আৰ্থিক সাহাৰ্য্য। ইত্যাদি

উপকৰ দিব লগীয়া সামগ্ৰী সমূহ— মৰাপাট, ধান, চাউল, সৰিয়হ, ঘেঁহু, নাৰিকল, মাহজাতীয় শস্য, ধনীয়া, তামোল, চুপাৰী, জলকীয়া।

( হাউলী নিয়ন্ত্ৰিত বজাৰ সমিতিৰ দ্বাৰা প্ৰচাৰিত )

বোৰ্পাত শৰাইঘাট প্ৰিণ্টাৰ্চ, গুৱাহাটী - ৩ ত মুদ্ৰিত

সোণালী জয়ন্তী উদযাপন সমিতিৰ হকে হেমেন দাসৰ দ্বাৰা প্ৰচাৰিত, শ্ৰীযোগেশ চন্দ্ৰ নাথ আৰু শ্ৰীধীৰেন্দ্ৰ নাথ পূজাৰীৰ দ্বাৰা সম্পাদিত, আৰু তালুকদাৰ প্ৰিণ্টাৰ্চ হাউলীত মুদ্ৰিত।